প্রকাশক :
শ্রীবিচিত্রনারায়ণ দত্ত বরুয়া, বি-এল
লয়ার্স বুক ষ্টল
গুয়াহাটী, অসম

প্রথম প্রকাশ : জানুয়ারী, ১৯৫৯
দ্বিতীয় প্রকাশ : এপ্রিল, ১৯৫৯

মূল্য : দুই টকা

মুদ্রক :
শ্রীকালীচরণ পাল
নবজীবন প্রেছ
৬৬ গ্রে ষ্ট্রীট, কলিকতা-৬

যি সকল ছাত্ৰই
বি, বৰুৱা কলেজত পঢ়িছিল,
যি সকল ছাত্ৰ-ছাত্ৰীয়ে
আজিও পঢ়িছে,
যি সকল ছাত্ৰ-ছাত্ৰীয়ে
আগলৈকো পঢ়িব,
: সেই সকলৰ উদ্দেশ্যে
"ৰঙা কৰবীৰ ফুল"
অৰ্পণ কৰিলোঁ।

হেম বৰুৱা
১৯৫৯

## বাটৰ পোহৰ......





## মিনতি

কব নোৱাৰাকৈয়ে অকস্মাৎ নতুন দেশ এখনলৈ যোৱাৰ সুবিধা পাইছিলোঁ। সংসদী দল এটাৰ এজন প্ৰতিনিধি হিছাপে। এটা নিকা, নিৰ্ম্মল মন লৈ ওলাইছিলোঁ। দেশ চাম। নতুন কথা শিকিবলৈ যত্ন কৰিম। মনৰ পৰিধিয়ে বিস্তৃতি লাভ কৰিব। গতিকেই ছোভিয়েট ইউনিয়নত যি দেখিছিলোঁ বা শুনিছিলোঁ তাকেই মুক্ত মনেৰে "ৰঙা কৰবীৰ ফুল"ত লিপিবদ্ধ কৰিছোঁ। এই প্ৰবন্ধবোৰ ধাৰাবাহিক ৰূপে "নতুন অসমীয়া"ত ওলাই গৈছে। তথাপি কিতাপখন নতুন। প্ৰবন্ধবোৰ হাত ফুৰাই, যোগ-বিয়োগ দি, নতুন কৰিছোঁ। কিছুমান নতুন বস্তুৱেও কিতাপখনত ঠাই পাইছে। এইটো স্বাভাৱিক কথা।

কিতাপখনৰ নামটো কেনে হৈছে নেজানোঁ। কিতাপখন পঢ়ি মানুহে কেনে পায় তাকো কব নোৱাৰোঁ। তথাপি "ৰঙা কৰবীৰ ফুল" ৰাইজৰ আগলৈ আগবঢ়ালোঁ। ৰাইজে কিতাপখন মৰমৰ চকুৰে চালে ভাল পাম। নেচালে কব লগা একো নাই। আক্ষেপ কৰিব লগাও একো নাই।

কিছুমান দিন আগতে পাৰ্লামেণ্ট লাইব্ৰেৰীত এখন কিতাপ পঢ়িছিলোঁ। ভাল কিতাপ। তাত একেষাৰ কথা এনেদৰে পাইছিলোঁ: এখন দেশ সম্বন্ধে প্ৰথম দৃষ্টিতে যি অভিজ্ঞতা বা অনুভূতিৰ উদয় হয়, সিয়েই সত্য। এখন দেশৰ কথা জানিবলৈ সৰহ দিন নেলাগে। এটা তীক্ষ্ণ অনুসন্ধানী মন লৈ চালে তৎক্ষণাৎ বহুত কথাই জানিব পাৰি। ইয়াৰ কাৰণে যুগ যুগ ধৰি থাকিব নেলাগে। থাকিলেও প্ৰথম দৃষ্টিৰ ছবিখনৰ ৰং সততকাই নেহেৰায়।

হেৰালেও নতুন ৰঙৰ সমাবেশ নহয়। "ৰঙা কৰবীৰ ফুল" এনে ধৰণৰ দৃষ্টিপাত। প্ৰথম দৃষ্টিত মুকলি হোৱা এখন চিত্ৰপট। গতিকেই সত্য বুলি মই ভাবোঁ।

"সাগৰ দেখিছা" সম্বন্ধে কোনো কোনো মহলত এটা সমালোচনা হৈছিল। আমাৰ এজন বয়োবৃদ্ধ, বিজ্ঞ ব্যক্তিয়ে এনেদৰে মন্তব্য কৰিছিল: "মোৰ সৰু লৰাটো স্কাউটৰ খেল-ধেমালি চাবলৈ গৈছিল। উলটি আহিলত মই তাক কি দেখিলি বুলি সুধিলোঁ। সি কলে: 'বহু ছোৱালী দেখিলোঁ, দেউতা।' হেম বৰুৱাৰো আমেৰিকাত সেইটোৱেই হ'ল। সি কেৱল ছোৱালীকে দেখিলে।" কথাষাৰ একেবাৰে মিছা নহয়। ইয়াত কিছুদূৰ সত্যতা আছে। সেইবুলি ই সম্পূৰ্ণ সত্যও নহয়। "সাগৰ দেখিছা"ত চাব জানিলে ভালেমান বস্তু আছে। আনকি বুদ্ধি-জীৱীৰ কাৰণে তথ্যবস্তুও আছে। মোৰ সন্দেহ হয়, "ৰঙা কৰবীৰ ফুল" সম্বন্ধেও এনে ধৰণৰ সমালোচনা হোৱাটো সম্ভৱ। সেইবুলি ছোৱালীৰ অন্তৰালত কিতাপখনত যে [illegible] শিকিবলগীয়া একো নাই, এইষাৰ কথাও সঁচা নহয়। "সাগৰ দেখিছা"ত ছোৱালীৰ কথা থকা বাবেই বহুত বুঢ়ায়ো কিতাপখন অধিক মনোযোগেৰে পঢ়িছিল। বাহিৰত দেখুৱাইহে ইয়াৰে কিছুমানে নাক কোঁচাইছিল। মনে মনে ভাল পাইছিল। "ৰঙা কৰবীৰ ফুল" ছোৱালীৰ কথা থকা বাবেই যাতে কোনেও ঘৃণাৰ চকুৰে নেচায়,—ইয়াকেই মিনতি জনালো।

নতুন দিল্লী
১৯৫৯

হেম বৰুৱা




## মস্কো বহুত দূৰ ... ... ...

(১)

"আহিব পুৰাই ৰাতি আহিব লগত দিঠকৰ
যত গ্লানি, দুখ আৰু ভুল ?
সপোনৰ সোঁৱৰণী এৰি যাবা তোমাৰ খোপাৰ
ৰঙা এটি কৰবীৰ ফুল।"

কবি-প্ৰিয়াৰ খোপাত "ৰঙা এটি কৰবীৰ ফুল" জলমলাই উঠাৰ দৰেই মাটিৰ বান্ধোন এৰি বিদেশমুখী আমাৰ প্লেনখন আকাশৰ জখলা বগাই উঠাৰ লগে লগেই সুদূৰ মস্কো চহৰৰ 'ৰঙা' অস্পষ্ট ছবি এখন মোৰ কল্পনাত জলমলাই উঠিছিল। দিল্লীৰ উত্তাপসনা বায়ুমণ্ডল ভেদ কৰি আমাৰ প্লেনখন,—নাম 'ৰাণী অব বিজাপুৰ', একে কোবেই পোন্ধৰ হেজাৰ ফুট ওপৰলৈ উঠিছিল। আমাৰ আৰু এৰি অহা পৃথিৱীখনৰ মাজত একোৱেই নাছিল,—মাথোন পুৱাৰ কেঁচা ৰ'দত চিকমিকাই থকা ভাৰতৰ পৰ্ব্বতবোৰ।

"বাতাসত উৰয় সীতাৰ বস্ত্ৰখন,
মেঘত লাগিল যেন ৰবিৰ কিৰণ।"

মেঘত "ৰবিৰ কিৰণ" লগা এটা পৰিবেশ। কোমল, চকচককৈ বগা ডাৱৰবোৰ;—ইমান নিপোটল। দেখিলেই চুই দিবৰ মন যায়। আমি উৰিছোঁ, আৰু উৰিছোঁ। আকাশৰ পিয়লাটো স্বৰ্ণ আভাসিক্ত ৰ'দৰ সোঁহৰবে উপচি পৰিছে। মাটিৰ পৃথিৱীৰ লগত আমাৰ সম্বন্ধ

হেৰাই গৈছে। আমি নতুন মানুহ হিছাপে ‘বাণী’ৰ গৰ্ভত স্ন-কৈ থিত লৈছোঁ। মস্কো এতিয়াও বহুত দূৰ।

অকস্মাৎ মাইকত এয়াৰ-হোষ্টেজজনীৰ মাত শুনিলোঁ। ধুনীয়া ছোৱালীজনী। হাঁহি ভৰা এখন মুখ। নাম তাইৰ লাইলা। “আমি এতিয়া ভাৰতৰ সীমা অতিক্ৰম কৰি আহিছোঁ। তলত সৌৱা হিন্দুকুশ পৰ্ব্বত।” সচাঁই তলত লানি নিছিগা নীল পৰ্ব্বতৰ ঊৰ্ম্মিমালা। ওখ, চাপৰ, ৰ’দৰ উত্তাপত উমলোৱা পৰ্ব্বতৰ টিঙবোৰ। যেন সাগৰৰ বুকুত কিছুমান অতিকায় ঢউহে। আৰু পৰ্ব্বতৰ গাত আউজি ওলমি থকা গাথীৰৰ ফেন যেন ডাৱৰবোৰ ;—এই এটাইবোৰে যেন গোটেই পৰিবেশটোকে ৰহস্যাবৃত কৰি তুলিছে। অকস্মাৎ মোৰ মনটো ভটিয়াই গৈছিল। অন্তৰত ইটোৰ পিছত সিটোকৈ বুৰঞ্জীৰ, কল্পনাৰ, ৰোমান্সৰ বান নামিছিল। এইয়া হিন্দুকুশ পৰ্ব্বত। এদিন, “বুৰঞ্জীৰ কোনো এক বিস্মৃত ক্ষণত”, এই পৰ্ব্বতমালাকে বগাই আৰ্য্যসকল ভাৰত সোমাইছিল। এই পৰ্ব্বতমালাকে বগাই আৰু এদিন কবি-গুৰু ৰবীন্দ্ৰনাথৰ কল্পনাত ধৰা দিয়া কাবুলীৱালা এটাও ধন আৰ্জ্জিবলৈ বুলি ভাৰতৰ সমতলভূমি সোমাইছিলহি। ঘৰত মাকৰ কোলাত এৰি থৈ আহিছিল পাঁচ-ছবছৰীয়া এজনী ছোৱালী।

“বালিমাহীৰ ময়ূৰচালিত
সাত সাগৰৰ বান নামে।”

সেই অকণমানি ছোৱালীজনীৰ “ময়ূৰচালি”ত মোৰ কল্পনাতো “সাত সাগৰৰ বান” নামিছিল। ক্ষন্তেকলৈ হলেও মোৰ কল্পনা-জগতৰ পৰা মস্কো হেৰাই গৈছিল। প্লেনৰ পৰা তললৈ ডিঙি মেলি মেলি চাইছিলোঁ,—ক’ৰবাত পৰ্ব্বতৰ টিঙত উমলি থকা সেই অকণমানি ছোৱালীজনী দেখোঁৱেই বা। বাস্তৱত নেদেখিলেও মোৰ “নয়নৰ মণিৰ মাজত” তাই জিলিকি উঠিছিল। ঘৰ এৰি উধাও হবলৈ ওলোৱা পিতাকৰ ডিঙিত সাৱটি ধৰি তাই যেন কৈছে : “বাবাজান, তোমাক

দাবলৈ নিদিওঁ। মোকো লৈ দাব লাগিব।” আৰু বেদনাত অন্তৰ উপচিপৰা সেই বিদায়কামী কাবুলীৱালাটোৱে তাইক যেন বুকুত সাবটি লৈ কৈছে: “মই আকৌ উলটি আহিম নহয়, মোৰ সোণজনী। তোমালৈ ৰঙা নীলা বহুত বস্তু লৈ আহিম নহয়। মোৰ সোণ।” মোৰ মনটো সেই মুহূৰ্ত্তৰ কাৰণে বেদনাত গভীৰ হৈ উঠিছিল। সাময়িক ভাবে হলেও সেই অন্তৰস্পৰ্শী গভীৰতাত মোৰ কাৰণে মস্কোৰ কাল্পনিক ৰং হেৰাই গৈছিল। মনতে তাহানি পঢ়া এফাকি কবিতা আওৰাবলৈ ধৰিলোঁ:

“অকণমানি ছোৱালীকণি;
তোৰ ইমানটো ভেম,
যেন লাট চাহাবৰ মেম।”

মস্কো এতিয়াও বহুত দূৰ। প্লেনৰ পৰা তলত অকস্মাতে কাবুল চহৰখন দেখিলোঁ। লাইলাই আকৌ মাইকত ঘোষণা কৰিলে,— ইমান তৎপৰ ছোৱালীজনী। দুয়োকাষে বাহু মেলি পৰ্ব্বত শ্ৰেণীয়ে সাবটি থকা এখন চহৰ। পৰ্ব্বতবোৰ তেনেই শুকান আৰু খহটা। তাৰ মাজে মাজে ওলাই পৰা ব্ৰাউন ৰঙৰ মাটিবোৰ আমাৰ চকুত পৰিছিল। ইয়াৰ মাজতে কাবুল চহৰখন। সৰু বৰ অসংখ্য ঘৰ। সেই বুলি দড়ীয়া “মগ্ৰীবৰ আজান”ৰ ৰঙা গালৰ হটঙা-হটঙ কাবুলীবোৰ চকুত পৰা নাছিল।

কাবুল চহৰ আমি এৰি আহিলোঁ। মাটিৰ পৰ্ব্বতবোৰ হেৰাই গ'ল। আকৌ সেই ভাৱৰৰ পৰ্ব্বতবোৰ চকুৰ কেমেৰাত ধৰা দিলেহি। অৱশেষত আবেলি আহি আমি সকতে ভূগোলত পঢ়া তাস্কণ্ড চহৰ পালোঁহি। তাৰ কিছু আগতে আমাৰ মোগল সম্ৰাট বাবৰৰ সমৰকণ্ড চহৰ এৰি আহিছোঁ। চলচ্চিত্ৰৰ ছবিৰ দৰে এটাৰ পিছত এটাকৈ দৃশ্যপট বাগৰি যাবলৈ ধৰিলে,—কথাবোৰ ভাবিলে ৰোমাঞ্চ যেন লাগে। প্লেনৰ খিড়ীকিয়েদি চাই পঠিয়ালোঁ। দূৰৈৰ পৰাই তাস্কণ্ড

এয়াৰপোর্টত আমাৰ কাৰণে বাট চাই থকা অসংখ্য ডেকা-গাভৰু, ধুনিহ-তিৰোতা চকুত পৰিল। তাৰে কিছুমানৰ হাতত কেমেৰা,—কিছুমানৰ হাতত নানা তৰহৰ ফুল। কোনো আছিল একেবাৰে প্লেনবোৰা পকী পথাৰখনত থিয় হৈ, কোনো আছিল ৰেলিঙৰ কাষৰত, কোনো বিৰাট বিল্ডিঙটোৰ খটখটিত থিয় হৈ। আমি নমাৰ লগে লগেই হাতৰ ফুলৰ থোপাবোৰ আগবঢ়াই দি মানুহবোৰে মৌন ভাবে আমাক আদৰণি জনাইছিল। আমাৰ ঘৰৰ ৰুছ ভাষাৰ ছাত্ৰী গৰাকীৰ পৰা এই আচহুৱা ভাষাটোৰ দুই এটা শব্দ আৰু বাক্যাংশ কাম চলাকৈ শিকি আহিছিলোঁ। পোন প্ৰথম বাৰৰ কাৰণে তাৰে এটা ব্যৱহাৰ কৰি কলোঁ: "স্পাছিবা" অর্থাৎ ধন্যবাদ। মানুহ-বোৰে ভাল পাই হাঁহি পেলালে। কেউপিনে চকু ফুৰাই চালোঁ। বিমানকোঠৰ ডাঙৰ ফুলনিখন চকুত পৰিল। তাত কি কি ফুল আছে এবাৰ নিৰীক্ষণ কৰি চালোঁ। চকুত পৰিল,—নানা ধৰণৰ ছিজন-ফ্লাৱাৰ, কার্নি আৰু তেজীৰঙা গোলাপবোৰ। ৰ'দৰ পোহৰত জিলিকি আছে।

"কাৰ পৰশত ফুলিলি বান্ধৈ
অ' মোৰ দৰদী ফুলাম পাহি;
শ্যামলী পাতৰ ওৰণি গুচাই,
কাৰ ফালে চাই মাৰিলি হাঁহি?"

মোৰ ফালে চাই "ওৰণি গুচাই" হাঁহি মৰা নাছিল যদিও গোলাপ-বোৰৰ ফালে মই "ভুবনবিজয়ী মর্ম্মৰ তাজ" সাজোঁতা শ্বাজাহানৰ চকুৰেই চাইছিলোঁ। গোলাপবোৰ দেখি মোৰ ভাব হৈছিল,—এই তাস্কণ্ড, সমৰস্কণ্ড, বোছৰা, ভাৰতবর্ষ, ইয়াকে কেন্দ্ৰ কৰি মধ্য এছিয়া বগাই গোলাপৰ সংসাম্ৰাজ্য বিয়পি পৰিছে। যুগধৰ্ম্মৰ হেঁচাত মানুহৰ সাম্ৰাজ্য-সংহতি ডোখৰ ডোখৰ হৈছে, সেই বুলি গোলাপৰ কিন্তু হোৱা নাই। গোলাপ গোলাপেই। য'তেই সুফুলক লাগিলে

"it will smell as sweet." গোলাপৰ সুবাস ধ্বংস কৰিব পৰা শক্তি ক'ত ?

এগৰাকী খ্যাতনামা ফৰাছী লেখকৰ মতে কোনো এখন দেশ বা জাতিক জানিবলৈ হলে পোন প্ৰথমতে জানিব লাগিব সেই দেশৰ বা জাতিৰ নাৰী সমাজক। নাৰীক অস্বীকাৰ কৰি উপলব্ধি সম্ভৱ নহয়। নাৰীৰ জীৱন-অধ্যয়নৰ জৰিয়তে এটা জাতিৰ জীৱন যি অনুপাতে প্ৰকাশ পায়, পুৰুষৰ জীৱন-অধ্যয়নৰ জৰিয়তে সেই অনুপাতে নেপায়। তাস্কণ্ডৰ নাৰীৰ গা আৰু মুখৰ ৰং গোলাপৰ ৰং। মস্কো আদি চহৰত দেখিছিলোঁ এইখন দেশৰ নাৰীয়ে কেনেকৈ কাম কৰে ;—এওঁলোক কেনে কৰ্ম্ম-নিপুণ। দোকান কিনোতাৰ কাৰণে বন্ধ হৈছে, তথাপি মাজনিশালৈকে দৰ্জ্জীৰ দোকানত জাকে জাকে ছোৱালী বহি কাম কৰা দেখিছোঁ। নাৰীৰ যি অৰ্থনৈতিক স্বাধীনতা, ইয়েই হয়তো এনে ধৰণৰ কৰ্ম্ম-নিপুণতাৰ ঘাই অনুপ্ৰেৰণা। সঁচা,—এখন দেশক জানিবলৈ হলে সেই দেশৰ নাৰীক জানিব লাগিব পোন প্ৰথমেই। ছোভিয়েট ৰুছিয়াৰ ক্ষেত্ৰত এইষাৰ কথা দুগুণে সঁচা, কাৰণ দেশ গঢ়াৰ ক্ষেত্ৰত ইয়াত নাৰীয়ে পুৰুষৰ সমানে দায়িত্ব গ্ৰহণ কৰিছে। তাস্কণ্ডত ইয়াৰেই প্ৰথম জিলিঙণি আমাৰ চকুত পৰিছিল। ধৰ্ম্ম-জীৱনত নাৰী আৰু পুৰুষৰ সমান অধিকাৰ।

তাস্কণ্ড চিটি-কাউন্সিলৰ পিনৰ পৰা বিৰাট ভোজ-সভাত আমাক অভ্যৰ্থনা জনোৱা হৈছিল,—"হিন্দি-ৰুছী ভাই ভাই" অনুপ্ৰেৰণাৰে সিক্ত। আমাৰ খোৱাৰ টেবুলত এগৰাকী নিপোটল, গালৰঙা গাভৰু বহিছিল। তেওঁৰ ওপৰ পাৰীৰ বাঁতিৰ দাঁত দুটা সোণপানী চৰোৱা, ওঁঠ কেইটা ৰঙচুৱা, সেমেকি থকা। টেবুলত ইমানবোৰ বস্তু। পেটত ঠাই নাই। তথাপি তেওঁৰ মৰমৰ অত্যাচাৰ। খাবই লাগিব। এৰিবকে নোখোজে। যাওঁতে ঘৰত শিকি যোৱা একাকি ৰুছীয় ভাষাৰ বাক্যৰে তেওঁক কলোঁ : "য়া টাক্ বাড্ বাছ্ বিদুয়েৎ", অৰ্থাৎ "তোমাক দেখি মোৰ অন্তৰখন উপচি পৰিছে।" কথাষাৰ শুনাৰ লগে

লগে গাভৰু গৰাকীৰ ডাঙৰ ডাঙৰ চকু দুটা উজ্জ্বল হৈ উঠিছিল। তেওঁ বাৰে বাৰে মোৰ এই বাক্যটোকে উচ্চাৰণ কৰি কৰলৈ ধৰিলে: "স্না টাক্ ৰাড্ বাছ্ বিদুয়েৎ"। মনটো উঠলি উঠিল। তাস্কণ্ডৰ মহিলা-সকলক দেখিলে আমাৰ ফাকিয়াল গাৱঁৰ মহিলা সকলৈ ভতালিকে মনত পৰে। একে ধৰণৰ তেজগোৰা, নিপোটল, স্বাস্থ্যৱতী।

তাস্কণ্ড চহৰখন বৰ ধুনীয়া। ইয়াৰ জন-সংখ্যা দহ লাখ। ইয়াত বৰ বঢ়িয়া তৰমুজ আৰু আঙুৰ পায়। আমাৰ টেবুল এই দুয়োবিধ বস্তুৰে উপচি আছিল। ইয়াৰ উপৰিও কিছুমান ব্যঞ্জন আছিল। তাৰে দেখিছিলোঁ কেইটামান বস্তু, বিশেষকৈ মাংসৰ পোলাও, আমাৰ ৰন্ধন প্ৰণালীৰ লগত হুবহু মিলে। কথাবাৰৈলে আঙুলিয়াই দিলত লগত যোৱা সাংবাদিক বন্ধু প্ৰেম ভাটিয়াই কৈ পেলালে: "আমাৰ মোগল সম্ৰাট বাবৰ যে এই ফালৰ পৰাই যোৱা, কথাষাৰ পাহৰিলে নেকি?" কথাষাৰ সঁচা। ইয়াৰ উপৰিও বুৰঞ্জীয়ে অতীজত মধ্য এছিয়া আৰু ভাৰতৰ মাজত প্ৰৱাহিত ব্যৱসায়-বাণিজ্য, জন-অভিযান আদিৰ কথাও কয়। গতিকেই সম্ভৱতঃ এই সাদৃশ্য।

আমি আকৌ তাস্কণ্ড এৰি উৰিবলৈ ললোঁ। ইয়াত বহুত' পলম হ'ল। গতিকেই আমি যেতিয়া মস্কো পাওঁ তেতিয়া "কেতেকীৰ হিয়াভগা মাত" শুনাৰ সময়। মাজনিশা। তেতিয়াও জীৱন-চঞ্চল মস্কো শোৱা নাই। "প্ৰিয়াৰ লোতক গোট মাৰি হোৱা" চেঁচা জোনটোৱেই কেৱল সাৰে থকা নাই,—মানুহবোৰো সাৰে আছে। পৃথিৱীৰ কোনো ডাঙৰ চহৰেই—পেৰিছ, লণ্ডন, নিউ য়ৰ্ক,—কোনে খনেই মাজনিশাৰ আগতে নোশোৱে। মস্কো চহৰো [illegible] মেনৰ খিড়ীকিয়েদি জুমি চাই ৰভাহ-জাৰত থিয় হৈ থকা [illegible] অভ্যৰ্থনা জনাবলৈ অসংখ্য মানুহ দেখিছিলোঁ। সেই [illegible] ফুলৰ পয়োভৰ। কেমেৰাৰ চকু চাৎ মৰা ফ্লেছলাইটৰ [illegible] এইদৰে বাট চাই থকা জনতাৰ আগশাৰীত আছিল আমাৰ [illegible] শ্ৰী কে. পি. এছ. মেনন। লগত ছোভিয়েট বিমান-বিভাগৰ [illegible]

মার্শ্বেলজন। তেওঁৰ গাত সৈনিকৰ সাজপাৰ। নাম জাম্বালভ্।
ইয়াৰ পিছত ফুল আৰু হাঁহিৰে আমাক প্ৰাথমিক অভিনন্দন
জনোৱাৰ শেহত বক্তৃতাৰ জাউৰি উঠিল। ৰুছিয়াত দেখিলোঁ কথাই
প্ৰতি বক্তৃতা,—আনুষ্ঠানিক বক্তৃতা। আৰু প্ৰায়বোৰ বক্তৃতাৰে বিষয়-
বস্তু হৈছে একে সাঁচতে গঢ় লোৱা। বিষয়বস্তু হৈছে: সাম্য, মৈত্ৰী,
বিশ্বশান্তি, পঞ্চশীল নীতি ইত্যাদি। লগতে বিশেষভাবে প্ৰাধান্য দিয়া
হয় ভাৰত আৰু ছোভিয়েট ৰুছিয়াৰ সম্প্ৰীতিৰ ওপৰত,—দুয়োখন
দেশৰে ঐতিহ্য আৰু শান্তিকামী দৰ্শনৰ ওপৰত।

বিমানকোঠৰ পৰা গাড়ীৰে চহৰলৈ প্ৰায় চল্লিছ মিনিটৰ বাট।
মাজনিশাৰ দেওনা পাৰ হৈ আমি যেতিয়া চহৰ সোমাওঁহি, তেতিয়াও
দেখিছোঁ বিজুলী বাতিৰে উদ্ভাসিত হৈ থকা আলিয়ে পদূলিয়ে
ডেকা-গাভৰুহঁত ফুৰিয়েই আছে। দিনটোৰ কৰ্ম্মশ্ৰান্ত জীৱনৰ জিৰণি,
নিশাৰ অন্তৰালৰ এধানমান মৰম, অকণমান স্পৰ্শ, আলিঙ্গন।
আবেগ, অনুৰাগৰ সন্ধি। মহানগৰীবোৰৰ অতি মাদকতাপূৰ্ণ বস্তু
হৈছে নৈশ জীৱন। নৈশ জীৱন বাদ দিলে মহানগৰীৰ জীৱন শূন্য।
তেনেই উকা। ইয়াৰ উঁহ লবলৈকে বুলি ৰাষ্ট্ৰীয় কাৰ্য্যসূচীৰ অন্তত
তাহানি মাজনিশা লণ্ডন, পেৰিছ, নিউ য়ৰ্কৰ ৰাজ-আলিলৈ ওলাই
যোৱাৰ দৰেই এজন সাংবাদিক বন্ধুৰ লগত মস্কো চহৰৰ ৰাজ-
আলিলৈকো মাজনিশা ওলাই গৈছিলোঁ। ৰেষ্টোৰাবোৰত সোমাই-
ছিলোঁ। নানা তৰহৰ ফুল আৰু গছেৰে আবৃত হৈ থকা পাৰ্কবোৰৰ
জালোহাৰ আঁৰে আঁৰে ফুৰিছিলোঁ। মস্কো নৈৰ পাৰৰ আধা-পোহৰে,
নানা-ধৰা পকী ঘটঘটিবোৰত থিয় হৈ নিশাৰ চহৰখন চাইছিলোঁ।
আৰুতে কবলৈ গলে মাজনিশাৰ মহানগৰীৰ জীৱন ডেকা-গাভৰুৰ
[illegible]। আমাৰ ঘৰে চুলিত "সময়ৰ কপোৱালী বেখাই" জুমুকি মৰা
[illegible] বস্তু নহয়।

"যৌৱনৰ বিয়লি বেলিকা,
মাটিৰ কাৰত বহি,

দেখিছোঁ সপোন আজি দীঘল বাটৰ
অন্তহীন বিফল বাটৰ।”

মস্কোখন দেখনিয়াৰ চহৰ। ইয়াৰ আলি-পদূলি এটাইবোৰ যথেষ্ট আহল-বহল। অৱশ্যে পৃথিবীৰ আন ডাঙৰ চহৰৰ দৰে ইয়াৰ আলি-পদূলিত মানুহৰ অতিশয় সমাগম নাই। ইয়াৰ ঘাই কাৰণ হৈছে মাটিৰ গহ্বৰৰ 'মেট্ৰো' ৰেলপথৰ জনপ্ৰিয়তা। ই গহ্বৰৰ বুকুলৈ মানুহ আকৰ্ষণ কৰি আনি ওপৰৰ ৰাজআলিৰ জন-সমাগমৰ হেঁচা পাতলোৱাত যথেষ্ট সহায়তা কৰিছে। লণ্ডন, নিউ য়ৰ্ক আদি চহৰৰ মাটিৰ তলৰ, পাতালপুৰীৰ ৰেলপথ দেখিছোঁ আৰু ব্যৱহাৰো কৰিছোঁ। ইয়াৰ বিজনিত মস্কোৰ 'মেট্ৰো' ৰেলপথ অধিক সুসংগঠিত যেন অনুমান হ'ল। ই চহৰৰ আন ৰাজহুৱা বাহন,—ট্ৰাম, ট্ৰলী, বাছ আদিতকৈয়ো সস্তা। ইয়াৰ জনপ্ৰিয়তাৰ ইয়ো এটা কাৰণ। বাছৰ টিকেটৰ ভাড়া প্ৰতি কিল'মিটাৰে ১৭ কোপেক, ট্ৰলীবাছৰ ১৫ কোপেক, ট্ৰাম কাৰৰ ৯ কোপেক,—আনহাতে মেট্ৰো ৰেলপথৰ মাত্ৰ ৮ কোপেকহে। গতিকে এপিনে যেনেকৈ সস্তাতে মানুহক অহা-যোৱাৰ সুবিধা দিছে, আনপিনে সেইদৰে সুবিধাৰ যোগান ধৰি চহৰৰ আলি-পদূলিৰ জনসমাগমৰ হেঁচাও কমাইছে।

এটা দুয়ো পাৰ শিলেৰে বন্ধোৱা খালেৰে মস্কো নৈৰ লগত সংযোগ স্থাপন কৰি চহৰৰ জল-পথৰ প্ৰসাৰতা বৃদ্ধি কৰা হৈছে। খালটোও এখন নিয়ন্ত্ৰিত নৈ যেনহে লাগে। ই যেনেকৈ জল-বিদ্যুৎ উৎপাদন কৰাত সহায়তা কৰিছে, তেনেকৈয়ে চহৰৰ জল-পথৰ সম্ভাৱনা মুকলি কৰি গোটেই দৃশ্যপটটোকে মনোৰম কৰি তুলিছে। মস্কো নৈখন দেখি মোৰ লণ্ডনৰ টেইমছ নৈখনলৈ মনত পৰিছিল,—একে কৰ্ম্ম-ব্যস্ততা, একে তৎপৰতা। নৈৰ বুকুত যাত্ৰীবাহী অসংখ্য সৰু সৰু জাহাজ ক্ষিপ্ৰ গতিত উজনি-ভাটি কৰিয়েই আছে। শুকুলা ৰাজহাঁহ বুলীয়া জাহাজবোৰ যেন একোজনী “চপল তনু তৰুণীহে”।

এদিন আমি এনে এখন জাহাজতে উঠি সন্ধ্যা নৌভ্ৰমণ

কৰিছিলোঁ। জাহাজৰ মুকলি চালৰ ওপৰত আমি বহিছিলোঁ। ওপৰত সুদূৰ-প্ৰসাৰী মুকলি আকাশ, দিগন্ত,—কেউদিশে "আধা আঁকা, আধা মচা" সন্ধিয়াৰ মৌন ছবি। তলত "ঢেউগুলি নিৰুপায় ভাঙে দুধাৰে।" মাজত আমাৰ "সোণালী তৰী"। চউন্ত হেন্দোলনি তুলি চাপলি মেলিছে। এয়ে আছিল আমাৰ ভ্যানগগৰ ছবি যেন কোমল দৃশ্যপট। আমাৰ লগত আছিল দুজনী ছোৱালী। আমাৰ দোভাষী। দুয়োজনীয়ে বঢ়িয়াকৈ ইংৰাজী জানে। তেওঁলোকক আমি ৰুছিয়াৰ লোক-গীত গাই শুনাবলৈ আহ্বান জনাইছিলোঁ। পোনতে লাজ কৰিছিল। ইজনীয়ে সিজনীক হেচুকি দিছিল। সম্ভৱতঃ "তই আগতে গা",—"নহয়, তই আগতে গা" কৰিছিল। আমি এৰা বিধৰ মানুহ নহওঁ,—"গাবই লাগিব।" প্ৰথমতে লাজ লাজ কৰি আৰম্ভ কৰিছিল। দেখি বৰ ভাল লাগিছিল। অৱশেষত যেতিয়া লাজ ভাগিল, আমি নোকোৱাকৈয়ে এটাৰ পিছত এটাকৈ গীত গাই যাবলৈ ধৰিলে। আমি নাচিবলৈ অনুৰোধ কৰিলোঁ। নাচিলেও। ইপিনে জাহাজ চলিয়েই আছে। আমাৰ লগৰে এজনে দুয়োজনীৰ উকা কাণত দুযোৰ হাতী দাঁতৰ ৰেৰিং পিন্ধাই দিলে। ছোৱালী দুজনীৰ স্ফুৰ্তি চায় কোনে! পৃথিৱীৰ দেখিছোঁ এটাইবোৰ ছোৱালী একে। তাৰ পিছত আমাৰ লগৰে এজনে "ভাৰতীয় কিবা গান জানানে" বুলি সুধিলে। সোধাৰ লগে লগে তেওঁলোকে তৎক্ষণাৎ "আৱাৰা হুঁ" গানটো জুৰি দিলে। ৰাছিয়ান ছোৱালীৰ কণ্ঠ নিগৰিত হৈ হিন্দী গানৰ সুৰ বতাহত ভাহি গৈছিল। মনটো বাৰু কেনে লগা স্বাভাৱিক?

ছোভিয়েট ৰুছিয়াত দেখিছোঁ মানুহে নেহৰুক যিমান জানে তাতকৈ সম্ভৱতঃ ৰাজকাপুৰ আৰু নাৰ্গিছক অধিক গুণে জানে। ৰাজকাপুৰ আৰু নাৰ্গিছৰ নাম শুনিলেই মানুহবোৰৰ মুখবোৰ উজ্জ্বল হৈ উঠে,—যেন এওঁলোক তেওঁলোকৰ অতি চিনাকি, অতি আপোন। এইখন দেশত 'আৱাৰা' ছবিখন ভালেমান দিন ধৰি চলিছিল।

ৰাজকাপুৰ আৰু নাৰ্গিছো ইয়ালৈ আহিছিল। ইয়াৰ পাৰ্কবোৰত মিশা দেখা দি তেওঁলোকে জনতাৰ মনোৰঞ্জনো কৰিছিল। মস্কোৰ দোকানত হিন্দী গানৰ বেচ ৰেকৰ্ড পায়। ইয়াৰে কিছুমান গান। আনহাতে কিছুমান গানৰ নামত ভেঙুচালি। শুনিলে তিতা লাগি যায়।

মস্কো চহৰৰ হৃদপিণ্ড হৈছে ক্ৰেমলীন ৰাজ-প্ৰাসাদ। ই অতীজতে ৰুছিয়াৰ সম্রাট 'জাৰ' সকলৰ বাস-ভৱন আছিল। এতিয়া বৰ্ত্তমান শাসন-ব্যৱস্থাৰ কেন্দ্ৰথলী। ইয়াতেই ৰুছিয়াৰ সৰ্ব্বশ্ৰেষ্ঠ বিধান-পৰিষদ ছুপ্ৰীম ছোভিয়েট অনুষ্ঠিত হয়। ক্ৰেমলীন আগুৰি থকা বঙা দেৱালখনে বহুতখিনি আমাৰ লালকিল্লাৰ কথা সোঁৱৰায়। ৰাজ-শক্তিৰ চিন ৰক্তিম। এই প্ৰসাদটোত চাব লগা বহুত আছে,—চাই শিকিব লগীয়া সুবিধাও বহুত আছে। এই এটাইবোৰ বস্তু তন্ন-তন্নকৈ চাইছিলোঁ। ইয়াৰেই এটা সুসজ্জিত কক্ষত আমাৰ সংসদী সদস্যৰ প্ৰতিনিধিবৰ্গক ছুপ্ৰীম ছোভিয়েটৰ সভাপতি লেভানভে আদৰ-অভ্যৰ্থনা জনাইছিল। ক্ৰেমলীনৰ সমুখত মস্কোৰ বুৰঞ্জী-প্ৰসিদ্ধ আহল-বহল ৰেড্-স্কোয়াৰটো আছে। বৰ মনোহৰ ঠাই। ইয়াক আগুৰি থকা অট্টালিকাবোৰৰ প্ৰত্যেক ছটা শিলে যেন বুৰঞ্জীৰ কথা ৰিভিয়াই কয়। মৃত বুৰঞ্জী নহয়, জীৱন্ত বুৰঞ্জীৰ কথা। এতিয়াও ই এওঁলোকৰ ৰাজনৈতিক জীৱনৰ প্ৰকাশ-থলী হৈয়েই আছে।

নিউ য়ৰ্কক যেনেকৈ আকাশস্পৰ্শী অট্টালিকাৰ চহৰ বুলিব পাৰি, মস্কোক তেনেকৈ স্কোয়াৰ আৰু প্ৰস্তৰ মূৰ্ত্তিৰ চহৰ বুলিব পাৰি। চহৰৰ মাজে মাজে অসংখ্য স্কোয়াৰ আৰু প্ৰস্তৰ মূৰ্ত্তি,—যি পিনেই চকু দিয়া যায়, সেই পিনেই এইবোৰ চকুত ধৰা পৰে। চহৰৰ মাজ-ভাগত মস্কো প্ৰতিষ্ঠাতা ৰাজকোঁৱৰ দোলগৰোকীৰ ( Dolgoruky ) ঘোঁৰাৰ পিঠিত আৰোহণ কৰি থকা ভঙ্গীৰ এটা প্ৰস্তৰ-মূৰ্ত্তি আছে। এই ঠাই ডোখৰৰ প্ৰাকৃতিক আৰু ভৌগোলিক সৌন্দৰ্য্যত মুহিত হৈ তেওঁ প্ৰথমে ইয়াতেই সামৰিক কোঠ পাতিছিল। ইয়াতেই সমৰ-মিত্ৰ ভিয়াটুল্লভৰ উদ্দেশ্যে তেওঁ এটা বিৰাট ভোজ-উৎসৱৰ আয়োজন

কৰিছিল। এই উৎসৱটোক পুৰণি পুথিত 'মস্কভ' বোলা হৈছে। ইয়াৰ পৰাই চহৰখনৰ নামকৰণ কৰা হৈছে মস্কো বুলি। আচলতে ৰুছীয় ভাষাত চহৰখনৰ নাম 'মস্কোৱ্যা' হে,—মস্কো নহয়। ইংৰাজী ভাষাত ছুইছ ভাষাৰ 'জেনিভ্' যেনেকৈ 'জেনিভা' হৈছে, তেনেকৈ 'মস্কোৱ্যা' 'মস্কো' হৈছে।

মস্কোৰ স্কোয়াৰ সমূহৰ কথা কবলৈ যাওঁতে পোনতে 'ৰেড্ স্কোয়াৰ'ৰ কথাই মনলৈ আহে। এইখন শিলৰ পথাৰতে ১৯১৭ চনত গণ-বিপ্লৱে চূড়ান্ত ৰূপ গ্ৰহণ কৰে। ক্ৰেমলীনৰ খিড়ীকি মেলিলে ৰেড্ স্কোয়াৰ চকুত পৰে। সামন্তবাদী শক্তি সমূহৰ বিপক্ষে ৰণ দি মৃত্যু বৰণ কৰা নেতৃস্থানীয় শ্বহীদসকলৰ মৃতদেহ ইয়াৰ কাষতে সমাধিস্থ কৰা হৈছে। এতিয়াও ইয়াক নিৰীক্ষণ কৰি ক্ৰেমলীনৰ দেৱালৰ কাষে কাষে সুসজ্জিত অৱস্থাত কেলিন্টিন, জাদানভ্, মাৰকুলভ্, ফ্ৰুন্স্ভ্ আদি জাতীয় বিপ্লৱীসকলৰ প্ৰস্তৰ-মূৰ্ত্তি, শাৰী শাৰীকৈ ৰখা হৈছে। ঘন চিকচকীয়া কলা শিলত কটা মূৰ্ত্তি। এইবোৰৰ কাষেদি এটা এটাকৈ চাই যাওঁতে ডেকা কালত পঢ়া ৰুছ গণ-বিপ্লৱৰ পাত মনৰ মাজত এখিলা এখিলাকৈ মুকলি হৈছিল। সেই কাৰণেই সম্ভৱতঃ এইবোৰ দেখাৰ লগে লগে চিনাকি চিনাকি যেন লাগি গ'ল। মনতে ভাব হ'ল—এওঁলোকে সগৌৰৱে কব পাৰে ঃ

> "Have we not men among us royal,
> Men the masters of things?"

ৰুছ ভাষাত 'ৰেড'-ৰ ৰুছীয় প্ৰতিশব্দৰ অৰ্থ হৈছে 'সুন্দৰ'। এতিয়া অৱশ্যে ইয়াৰ অৰ্থই ৰাজনৈতিক ৰহণৰ প্ৰতিকৃতি গ্ৰহণ কৰিছে। এই দিনৰ পৰাই ইয়াৰ অৰ্থ আজি অধিক স্পষ্ট আৰু বুৰঞ্জীসন্মত হৈছে। দোভাষী ছোৱালীজনীয়ে ইয়াৰ প্ৰতিশব্দ 'সুন্দৰ' বুলি কোৱাৰ লগে লগেই আমাৰ মাজতে এজনে উচ্ছ্বাসত কৈ পেলাইছিল ঃ "যেনে তুমি।" তাইৰ ৰঙচুৱা ওঁঠ দুটাইদি এটা মিঠা হাঁহি বাগৰি গৈছিল। এনেয়ে ৰঙা গাল,—তাতে লাজত ৰঙা

পৰি আৰু অলপ বঙা আৰু সুন্দৰ হৈ পৰিছিল। ছোৱালীজনী সঁচাই ধুনীয়া,—লাহী। ককাল খামুচীয়া। তাইৰ নাম বাৰদিনা লিলি। আমাৰ লগত আৰু দুজনী ইংৰাজী জনা ছোৱালী আছিল। এজনীৰ নাম 'লীনা'। আনজনীৰ নাম 'মেলা'। সিহঁতো ধুনীয়া।

আজিও ঐতিহাসিক স্মৃতি-উদ্‌যাপক সকলোবোৰ ৰাষ্ট্ৰীয় উৎসৱ এই ৰেড্ স্কোয়াৰতে সম্পাদিত হয়। পহিলা মে আৰু সাত নৱেম্বৰৰ উৎসৱো ইয়াতেই সম্পাদিত হয়। ইয়াতেই ৰুছ জাতিৰ নৱ জীৱনৰ জনক লেনিন আৰু ষ্টেলিনৰ সমাধি মন্দিৰটোও আছে। এই কালৰ পৰা ৰেড্ স্কোয়াৰ ৰুছ জন-সাধাৰণৰ বাবে অতি পৱিত্ৰ ঠাই। মন্দিৰটোত জাকজমকতা নাই। অতি সাধাৰণ কাৰুকাৰ্য্যেৰে ইয়াক কৰা হৈছে। গতিকেই ই অন্তৰস্পৰ্শী হবলৈ বাধ্য হৈছে। ইয়াক সাজোঁতা মুখ্য শিল্পীজনৰ নাম হৈছে এ. ভি. শ্বশুছেভ্। সমগ্ৰ মন্দিৰটো ইউক্ৰেনৰ পৰা অনা বঙা গ্ৰেনাইট্ আৰু ধোঁৱাবৰণীয়া লেব্ৰদাইট শিলেৰে সজা হৈছে। ইয়াত লেনিন আৰু ষ্টেলিনৰ মৃতদেহ দুটা জীৱন্ত আকাৰত সংৰক্ষণ কৰা হৈছে। মৰ্ৰিশালিৰ নিস্তব্ধতা ভেদি মন্দিৰৰ ভিতৰ সোমাই মৃত ৰাষ্ট্ৰ-শিল্পী দুজনৰ প্ৰতি শ্ৰদ্ধা জনোৱা সৌভাগ্য আমাৰ ঘটিছিল। দেখি আচৰিত হৈছিলোঁ,—লেনিন আৰু ষ্টেলিন ওচৰা-ওচৰিকৈ দুটা আৰ্চ্চিৰ কক্ষত বিশ্ৰামমগ্ন। ওচৰত বন্দুকধাৰী চিপাহী। কাঁহু পৰি জিন যোৱা নিস্তব্ধতা।

মৃত-দেহ দুটা বৰ জীৱন্ত যেন লাগিল। আঙুলিৰ নখৰ চুকলৈকে যেন জীয়াই আছে, এনে অনুমান হৈছিল। এইয়া যেন পাটী এৰি উঠি আমাক সুধিব: "তোমালোক ক'ৰ পৰা আহিছা? ভাৰতৰ পৰা? নেহৰুৰ ভাল নে?" ইমান জীৱন্ত, ইমান সঁচা যেন লাগিছিল। বাহিৰত দেখিছিলোঁ,—গৰ্কী ষ্ট্ৰীট আৰু মনেজ স্কোয়াৰৰ পিনৰ পৰা হেজাৰতকৈয়ো অধিক জনতাৰ এক মৌন সমদল। প্ৰায় হাতে হাতে ফুল। এইয়া হৈছে মৃত ৰাষ্ট্ৰ-শিল্পী দুজনাৰ দৰ্শনকামী

জনতা। বাটত জাকে জাকে পাৰ চৰাইবোৰে তেওঁলোকক আহ-কাল দিছে। মুঠিয়ে মুঠিয়ে সিহঁতলৈ জনতাই খোৱা বস্তু ছটিয়াই দিছে।

এইবোৰ দেখি শুনি মোৰ ঘনাই মনত পৰিছিল আমাৰ বাজ-ঘাটৰ কথা। গান্ধীজীৰ কথা। যি গান্ধীজীয়ে ভাৰতবাসীক মাটিৰ পৰা বুটলি আনি মানুহ কৰিলে,—সেই গান্ধীজীক আমি জানো পাঁহৰি যোৱা নাই? আমাৰ লগৰে এজনে কলে: "গান্ধীজীকো আমি যদি এইদৰে সজাত সুমুৱাই থলোহেঁতেন,—আমাৰ দেশতো এনে হ'লহেঁতেন।" কিন্তু মনৰ সজাতো এটা আছে। তাত আমি গান্ধীজীক কিমানদূৰ ঠাই দিছো ভাবি চাব লগীয়া কথা।

ইয়াৰ পিছত ঐতিহাসিক দৃষ্টিকোণৰ পৰা ঐতিহ্যশালী হৈছে 'ৰেভ'লিউশ্যন স্কোয়াৰ'। ইয়াতেই চেণ্ট্ৰেল লেনিন মিউজিয়ম বোলা বৃহৎ যাদুঘৰটো অৱস্থিত। ইয়াৰ উনৈশ খন দেৱালত ওচৰে ওচৰে নানান ইতিহাস-সমৃদ্ধ বস্তুৰ প্ৰদৰ্শন কৰা হৈছে। ইয়াৰ ভিতৰত উল্লেখযোগ্য হৈছে কিছুমান পুৰণি হাতে লিখা পুথি, নথি-পত্ৰ, জন-শিল্প সম্ভাৰ, চিত্ৰ, ভাস্কৰ্য্য-কলা নিদৰ্শন আৰু লেনিনৰ জীৱন-বুৰঞ্জীৰ কিছুমান অৰ্থপূৰ্ণ বস্তু। লেনিনে প্ৰায়েই ব্যৱহাৰ কৰা অভাৰকোট-টোও এটা আৰ্চিৰ সজাত সংৰক্ষণ কৰা হৈছে। লেনিনৰ জীৱনৰ ওপৰত ১৯১৮ চনত যি আক্ৰমণ হৈছিল তাৰ নিদৰ্শন স্বৰূপ বন্দুকৰ গুলীয়ে কোটটোত যি বিন্ধা কৰিছিল,—সেই বিন্ধাটো আজিও চকুত পৰাকৈ জিলিকি আছে।

এইখিনিতে প্ৰশ্ন হৈছে,—জাতিৰ জনক স্বৰূপে যাদুঘৰ, নানা ছবি আৰু প্ৰস্তৰ-মূৰ্ত্তিত লেনিনক যি স্থান দিয়া হৈছে, সেই স্থলত জাতীয় জীৱন-নিৰ্ম্মাতা আন এজন ৰাষ্ট্ৰবীৰ ষ্টেলিনক দিয়া হৈছে নে? কেউপিনে কাৰখানা, দোকান-পোহাৰ, শিক্ষা অনুষ্ঠান, আলি-পদূলি, ৰাজহুৱা উদ্যান—সকলোতে লেনিনৰ বৃহৎ ছবি বা প্ৰস্তৰ মূৰ্ত্তি। চহৰৰ উপকণ্ঠৰ এঠাইত ষ্টেলিনৰ এটা প্ৰস্তৰ-মূৰ্ত্তি দেখাৰ বাহিৰে আন ক'তো একো চিন-মোকামেই নেদেখিলোঁ। সকলো ঠাইতে, প্ৰায়

সকলো মানুহৰ মুখতেই কেৱল লেনিনৰ নাম। ষ্টেলিনৰ নাম কাৰো মুখত এবাৰলৈকো ভুলতো নুশুনিলোঁ। ইয়াৰ পিছতেই এটাইতকৈ মনোৰঞ্জক, লেখত লবলগীয়া স্কোয়াৰটোৰ নাম হৈছে 'ভাৰদলভ্ স্কোয়াৰ'। ই থিয়েটাৰ স্কোয়াৰ বুলিও জনাজাত। ইয়াৰ কেউ-কাষ বেৰি বলছয়, মালী, চিলড্ৰেন্স থিয়েটাৰ আদিৰ কেইবাটাও প্ৰখ্যাত ৰঙ্গমঞ্চও আছে। গতিকেই ই এই নামেৰে জনাজাত হোৱাটো স্বাভাৱিক। মাজনিশালৈকে বেলে নৃত্য, পাপেট শ্ব' আদি চাইছিলো। তাৰ পিছত লগৰ বোৰক গাড়ীত হোটেললৈ আহিবলৈ দি আমি কেইজনমানে খোজকাঢ়ি চহৰ ভ্ৰমিছিলোঁ। এইবোৰ যে পুলকভৰা অভিজ্ঞতা।

মস্কোৰ আন দুটা উল্লেখযোগ্য স্কোয়াৰ হৈছে,—পুস্কিন স্কোয়াৰ আৰু মায়াক'ভস্কী স্কোয়াৰ। দুয়োজনাৰ কাব্য-সাহিত্যৰ লগত ইংৰাজী ভাষাৰ জৰিয়তে পৰিচয় থকা গতিকে কথাবোৰ বৰ স্পষ্ট হৈ পৰিছিল। দুয়োজনাকে বৰ আপোন যেন লাগিছিল। দুয়োটা স্কোয়াৰতে কবি-শিল্পী দুজনাৰ দুটা বিৰাট শিলা মূৰ্ত্তি আছে। মায়াক'-ভস্কীৰ মূৰ্ত্তিটো আমাৰ ভ্ৰমণৰ প্ৰায় চাৰি দিনমান আগতে উন্মোচন কৰা হৈছে। কবিৰ বাওঁহাতত এখন কিতাপ। সম্ভৱতঃ কবিতাৰ পুথি। পুথিখনৰ পাতৰ মাজত কবিৰ আঙুলি কেইটা। মোৰ বাৰে বাৰে অঘটনত মৃত্যু হোৱা শ্বেলীৰ কথালৈ মনত পৰিছিল। তেওঁৰো হাতত এখন কবিতাৰ পুথি আছিল—কীটছৰ কবিতা। মায়াক'ভস্কীৰ মূৰ্ত্তিটো আমি থকা 'পিকিং' নামৰ হোটেলটোৰ প্ৰায় ওচৰতেই বুলিব লাগে। বৰ আহল-বহল ঠাই। হাতৰ মুঠিৰ কবিতাৰ পুথিখন দেখি কবিৰ একাকি কবিতালৈ মোৰ বাৰে বাৰে মনত পৰিছিল:

"Let that city of yours,
Paris of dandies and dudes,
Paris of yap-yawning boulevards,
Let it end the same, in old Boulogne woods,
And museums all-in cemetery Louvre."

এই মূৰ্ত্তিটোৰ কাষত নিতৌ মাজনিশা ডেকা-গাভৰুৰে জুম পাতে। কথাৰ অন্ত নাই। আনহাতে চেষ্টা বতাহ জাকে কোবাই থাকে। সংবাদসেৱী বন্ধুজন আৰু মই, আমি দুয়ো প্ৰায়েই সেই জুমবোৰৰ মাজত সোমাই পৰোঁ। তাতে ইংৰাজী জনা দুই এগৰাকী ডেকা বা গাভৰু পাওঁ। ইটোৰ পিছত সিটো চিগাৰেট জ্বলাওঁ আৰু মানুহ-বোৰৰ লগত কথাত যোগ দিওঁ। কথা পাতি মনটো ভাল লাগে। বতাহত থিয় হৈ গাটো। গা, মন,—উভয়তে পুলক জাগে।

পুস্কিনৰ মূৰ্ত্তিটো বহু পুৰণি। ইয়াক ১৮৮০ চনতে উন্মোচন কৰা হৈছিল,—অৰ্থাৎ 'জাৰ' সকলৰ আমোলত। তেওঁলোকৰ আজ্ঞা অনুসাৰে মূৰ্ত্তিৰ বেদীত থকা পুস্কিনৰ এফাকি কবিতা মোহাৰি পেলোৱা হৈছিল। ১৯৩৭ চনত এই পংক্তিটো উদ্ধাৰ কৰি আকৌ লিপিবদ্ধ কৰা হৈছে। গ্ৰেনাইট্ নিৰ্ম্মিত বেদীৰ ওপৰত আজিও ই জিলিকি আছে :

> "Word of my fame will sweep
> through mighty Russia,
> And all its tongues will speak my name :
> The haughty Slav, and Finn,
> and the new savage Tungus,
> and Kalmik riders of the plain.
> And to the people long shall I be dear,
> Because kind feelings did my lyre extoll,
> Invoking freedom in an age of fear,
> And mercy for the broken soul."

ক্ৰুশ্চেভৰ আমোলত ব্যক্তি-পূজাৰ কাগজে কলমে অন্ত পৰিছে যদিও, এই প্ৰস্তৰ-মূৰ্ত্তি সমূহৰ জৰিয়তে ব্যক্তি-পূজা সমান তীব্ৰতাৰে আজিও চলি আছে। অৱশ্যে ৰাষ্ট্ৰই বাছি দিয়া ব্যক্তিৰ উপাসনা চলিছে—ৰাষ্ট্ৰই অস্বীকাৰ কৰা সকলৰ নহয়। বহুত দূৰ ধৰ্ম্ম-অনু-প্ৰেৰণাৰ, বিশেষকৈ অনুষ্ঠানাদি ধৰ্ম্ম-অনুপ্ৰেৰণাৰ অন্ত পৰিছে, সঁচা

কথা। কিন্তু সেই ঠাই বৰ্ত্তমান ৰাজনৈতিক অনুপ্ৰেৰণাই গ্ৰহণ কৰিছে। ব্যক্তি-পূজাৰ অৱসান ঘটোৱাৰ নামত এটা ৰাজনৈতিক উদ্দেশ্য সাধনৰ অৰ্থে ষ্টেলিন উপাসনাৰহে অন্ত পৰিছে,—আনবোৰ অকণো 'খতি খুন' নোহোৱাকৈ জন-শিল্পী, জন-কবি, বা জন-নেতা নামেৰে আজিও জীয়াই আছে। বেদীত ফুলৰ উপহাৰ পাইছে।

মায়াক'ভস্কীয়ে পেৰিছৰ 'বুলিভাৰ্' বোৰক উপলুঙা কৰিছে। মস্কো চহৰতো 'বুলিভাৰ্' আছে। দুয়োটাৰে ভিতৰত পাৰ্থক্য হৈছে,—মস্কোৰ বোৰত আছে মৃত মানবৰ প্ৰস্তৰ মূৰ্ত্তি। পেৰিছৰ বোৰত আছে ভাস্কৰ্য্য-শিল্পীৰ কল্পনাত ধৰা দিয়া, অন্তৰ-আলোকেৰে উদ্‌ভাসিত কলা-নিদৰ্শন। সি সময়ৰ সকলো বন্ধন নেওচি মানুহৰ আত্মা থাকে-মানে চিৰকাল জীয়াই থাকিব, যাৰ কোনো কালেই মৰণ নাই,—তেনে ভাস্কৰ্য্য-প্ৰতীক। আনহাতে মস্কোৰ বোৰৰ ভাগ্য ষ্টেলিনৰ ছবি আৰু মূৰ্ত্তিৰ দৰেই সাঙোৰ খাই আছে ৰাজনৈতিক আহিৰ লগত। এদিন সমগ্ৰ জীৱন আচ্ছন্ন কৰি থকা ষ্টেলিনৰ দৰে এইবোৰৰো যদি ভাগ্য-বিপৰ্য্যয় ঘটে, তেন্তে আচৰিত হব লগা কিবা জানো আছে ?

## তুমি মাথোঁ কথা কোঁৱা... ... ...

( ২ )

দিনটো জিৰণি নোহোৱাকৈ ঘুৰি-পকি এবোজা ভাগৰ লৈ গভীৰ ৰাজনিশা পাটীত পৰোঁহি। কাহিলি কাহিলি পোহৰতে সাৰ পাওঁ। উঠোঁ।

"কাহিলি কাহিলি পোহৰতে
তই জগাৰ লাগিব মোক,
এনেমো সুখৰ দিন কাইলৈ,
কি কম আইতা তোক।"

"কাহিলি কাহিলি পোহৰতে" জগাওঁতা কোনো নাছিল যদিও সাৰ নেপোৱাকৈ নাছিলোঁ। ঠিক পাইছিলোঁ। সাজি-কাচি দিনটোৰ কাৰণে ওলাই যাওঁ। নতুন নতুন ঠাই চোৱা, নতুন নতুন মানুহৰ লগত চা-চিনাকি হোৱা,—কথাষাৰ ভাবিলেই মন নাচি উঠে। এনে এটা মাদকতাৰ কাৰণেই তাহানি ইউলিছিছ উত্ৰাৱল হৈছিল। এতিয়াহে উপলব্ধি কৰিছোঁ। এই কাৰণেই অকণো আৰম্বৰ নোহোৱাকৈ কবি-শিল্পী অ'ডেনে কৈছিল: "Had somewhere to get to, and sailed calmly on." ময়ো অকণো আৰম্বৰ নোহোৱাকৈ নিৰলে এইখিনি পাইছিলোঁহি। ভাল লাগিছিল। ৰবি ঠাকুৰৰ কবিতালৈ মনত পৰিছিল:

"আমাৰে তুমি অশেষ কৰেছ
এমনি লীলা তব।
ফুৰায়ে ফেলে আবাৰ ভৰেছ
জীৱন নব নব॥"

এইষাৰ কথা ভগবান-উপলব্ধিৰ ক্ষেত্রত অধিক প্রযোজ্য যদিও নতুন দেশ আৰু মানুহ-উপলব্ধি জানো ভগবান-উপলব্ধিৰ সমপৰ্য্যায়ৰ বস্তু নহয় ?

পুৱা শুই উঠিয়েই ৰেডিঅ'-ৰ চাবিটো মেলি দিওঁ। গোটেই নিৰ্জ্জন কোঠাটো সঙ্গীতৰ সুৰেৰে মুখৰ হৈ উঠে। অচিনাকি আঁৰৰ কাৰোবাৰ আঙুলিৰ সহজাত বুলনত বাদ্য-যন্ত্ৰৰ বুকুত নীৰৱে শুই থকা সুৰৰ মৌ-কোঁহ মেল খায়। "ফুলনিত ফুল কঁপি উঠাৰ" দৰে মন কঁপি উঠে। লুইতৰ পাৰৰ কহুঁৱা কঁপাৰ দৰে গাটো কঁপি উঠে। বাহিৰত বৰতৰটো গোমা। সংসদী প্রতিনিধি কেইজনক অভ্যৰ্থনা জনাবলৈ ছুপ্ৰীম ছোভিয়েটৰ সভাপতি লেবানভে ক্ৰেমলীন ৰাজ-প্ৰাসাদলৈ আমাক আহ্বান জনাইছিল। খৰখেদাকৈ যাবলৈ ওলালোঁ।

বাহিৰৰ দুৱাৰখনত এটা মৃদু শব্দ হ'ল। লৰালৰিকৈ জপাই থোৱা দুৱাৰখন মেলি দিলোঁ। সমুখত লিলি। প্ৰখৰ ক'লা এখন স্কাৰ্ট, জিঁয়া পাখিৰ লেখীয়া পাতল এটা ব্লাউছ,—মুখত এমোকোৰা হাঁহি। "এতিয়াও ওলোৱা নাই ? সময় হ'ল।" "এই ওলাইছোঁ। এক মিনিট। মাথোন এক মিনিট।" মনতে ভাব হ'ল : এই ৰাছিয়ান ছোৱালীবোৰৰ কি অফুৰন্ত প্ৰাণশক্তি। যোৱা মাজনিশালৈকে তাই আমাৰ লগতে আছিল আৰু এই জীয়া পুৱাতে দিনটোৰ হাড়-ভঙা কাৰ্য্যসূচীৰ কাৰণে প্ৰস্তুত হৈ তাই মোৰ দুৱাৰ মুখত উপস্থিত। আচৰিত হৈ গলোঁ। উপায় নেপাই মনতে নিজকে প্ৰবোধ দিলোঁ : মই গা-পা ধুই ওলাইছোঁ। তাই নিশ্চয় ধোৱা নাই। নহলে ইমান পুৱাতে ওলাব কেনেকৈ ? ৰবি ঠাকুৰৰ ভাষাত কবলৈ মন গ'ল :

"হে নূতন, এসো তুমি সম্পূৰ্ণ গগণ পূৰ্ণ কৰি
পুঞ্জ পুঞ্জ ৰূপে।"

আমাৰ হোটেলটোৰ নাম 'পিকিং'। তেৰ মহলীয়া। ইয়াৰ যাল কৰিওৱা লৰাটোৰ বাহিৰে সকলো কৰ্ম্মকৰ্ত্তা ছোৱালী। [illegible]

কেৰাণী, ডাকৱালী সকলো ছোৱালী। মই থকা কোঠাটো হৈছে চতুৰ্থ মহলত। সচৰাচৰ মানুহবোৰ লিফ্টৰে উঠা নমা কৰা। সেইদিনা লিফ্‌টলৈ বাট চাবলৈ নহ'ল। আমি দুয়ো নামি আহিলোঁ চিৰি বগাই; খোজকাঢ়ি ৰঙা কাৰ্পেটৰ ওপৰেদি। তললৈ একেলগে নামি আহোঁতে বাটে বাটে মই এফাকি কবিতা আওৰাবলৈ ধৰিলোঁ। এইটো ৰোগে তাহানি মোক ইউৰোপ আৰু যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰোঁতেও বৰ বেয়াকৈ চুইছিল। কবিতা ফাকি হৈছে জীৱনানন্দ দাশৰ ঃ

"বলেছে সে ঃ এতদিন কোথায় ছিলে ?
পাখীৰ নীড়েৰ মতো চোখ তোলে,
নাটোৰেৰ বনলতা সেন।"

লিলিয়ে সুধিলে ঃ "এইটো কি ভাষা ?" মই কলোঁ ঃ "এইটো এটা ভাৰতীয় ভাষা। আমাৰ প্ৰান্তীয় ভাষা বহুত আছে নহয়।" ভাষাৰ ব্যৱধান বাবে তাই হয়তো কবিতা ফাকি নুবুজিলে। মানুহেতো বহুত কথাই নুবুজাকৈ থাকে। ক্ষতি কাৰ ?

তলৰ গ্ৰাউণ্ডফ্লোৰত আহি দেখিলোঁ,—ক্ৰেমলীনলৈ যাবলৈ বুলি আমাৰ সতীৰ্থসকল কেতিয়াবাই আহি বাট চাই আছে। বাহিৰত আমাক কঢ়িয়াই নিবলৈ গাড়ী কেইখনো বাট চাই আছে। ক্ৰেমলীন এটা বিৰাট দুৰ্গ। পোনে পোনে তাৰ ঘাই প্ৰাসাদটোলৈ আমি গলোঁ। আমাক,—সংসদী প্ৰতিনিধি দলটোক অভ্যৰ্থনা জনাবলৈ এটা সুসজ্জিত কক্ষত ছুপ্ৰীম ছোভিয়েটৰ সভাপতি লেবানভ্ বাট চাই আছিল। আমি মুঠ বাৰজন সংসদী প্ৰতিনিধি। চাৰিজন ৰাজ্য-সভাৰ। আঠজন লোক-সভাৰ। ৰাজ্য-সভাৰ চাৰিজনৰ মাজত এজন স্বতন্ত্ৰ সদস্য। বাকী তিনিজন কংগ্ৰেছী। এই স্বতন্ত্ৰ সদস্যজন হৈছে ডক্টৰ হৃদয়নাথ কুঞ্জৰু। বয়োবৃদ্ধ, পণ্ডিত মানুহ। তেৱেঁই আছিল আমাৰ বাৰজনীয়া সংসদী প্ৰতিনিধি দলটোৰ দলপতি। আমাৰ

লোক-সভাৰ আঠজন সদস্যৰ ভিতৰত ছজন কংগ্ৰেছী। মোৰে সৈতে বাকী দুজন বিৰোধী দলৰ।

ক্ৰেমলীনৰ এটা স্বৰ্ণখচিত সৰু কোঠাত আমাৰ অভ্যৰ্থনা আৰম্ভ হ'ল। সভাপতিকে লৈ তেওঁলোকৰ সংসদী সদস্য কেইগৰাকীৰে অভ্যৰ্থনা পূৰঠ হৈ উঠিল। প্ৰথমতে ছুপ্ৰীম ছোভিয়েটৰ সভাপতিৰ পিনৰ পৰা বক্তৃতা আৰম্ভ হ'ল। আমাৰ পিনৰ পৰা ডক্টৰ কুঞ্জৰুৱে প্ৰত্যুত্তৰ জনালে। গোটেই পৰিবেশটো মৰম-চেনেহে, শ্ৰদ্ধা-প্ৰীতিৰে উপচি পৰিছিল।

"আকাশে হেথায় উদাৰ নিমন্ত্ৰণ,
বাতাসে হেথায় সখাৰ আলিঙ্গন।"

ইয়াৰ পাছত আমি পুঙ্খানুপুঙ্খৰূপে ক্ৰেমলীন চাবলৈ ওলালোঁ। ইয়াৰ খাই প্ৰাসাদটো কল্পনাতীত ভাবে জাকজমকতাপূৰ্ণ। তাহানি পেৰিছত 'পেলেঁ দি ভাৰ্ছাই' বোলা নেপোলিয়নৰ ৰাজপ্ৰাসাদটো চোৱাৰ সৌভাগ্য ঘটিছিল। দুয়োটা ৰাজপ্ৰাসাদ,—ক্ৰেমলীন আৰু ভাৰ্ছাই মনতে বিজাই চালোঁ। এটা অধিক জাকজমকতাপূৰ্ণ। আনটো অধিক মহত্বপূৰ্ণ,—সাংস্কৃতিক বস্তুসম্ভাৰৰ পিনৰ পৰা অধিক সমৃদ্ধিশালী। এটাই তন্ময় কৰে। আনটোৱে গভীৰ কৰি তোলে।

ক্ৰেমলীনৰ খাই প্ৰাসাদটোত নানা তৰহৰ চকু চাট মৰা বৃহদাকাৰৰ চেণ্ডেলিয়াৰ্ছ আছে। কোনোটোতেই প্ৰাচীন মধ্যযুগীয় ৰূপ লেশমানো হ্ৰাস পোৱা নাই। বৰঞ্চ আধুনিক আঙুলিৰ স্পৰ্শ পাই এইবোৰ অধিক উজ্জ্বলহে হৈছে। ইয়াৰ উজ্জ্বল আকৰ্ষণৰ বিজনিত আনকি কীটছৰ দ্বাৰা বৰ্ণিত 'লামায়া'ৰ ৰূপৰ ছটা নাইবা 'ছেণ্ট এগ্নিছ'ৰ অন্তৰ-কক্ষৰ বৰ্ণনাও শেঁতা পৰি যায়। ছোভিয়েট ৰুছিয়া শ্ৰমিকৰ দেশ,—ইয়াত সকলো জাকজমকতা বৰ্জ্জন কৰা হৈছে, এই ধাৰণা ক্ৰেমলীন চোৱাৰ লগে লগে 'দাস্যদনিয়া' বুলি মনৰ পৰা বিদায় দিলোঁ।

ক্ৰেমলীন এটা বা দুটা অট্টালিকাৰ পৃথক সমষ্টি নহয়। ই এটা

সামগ্রিক বস্তুহে। অতীজতে ই যেনেকৈ 'জাৰ' সকলৰ আমোলত ৰাজনৈতিক জীৱনৰ এটা স্নায়ু-কেন্দ্ৰ আছিল, সেইদৰে আজিও আছে। ষ্টেলিনৰ আমোলত ইয়াৰ যি প্ৰাদুৰ্ভাব আছিল সেই প্ৰাদুৰ্ভাব আজি কিমান দূৰ খৰ্ব্ব হৈছে ভাবি চাব লগীয়া কথা। তথাপি ই আজিও যে কেন্দ্ৰীভূত ৰাষ্ট্ৰীয় শক্তিৰ স্নায়ু-বস্তু হৈয়েই আছে, সেই বিষয়ে সন্দেহ নাই।

ক্ৰেমলীন কিছুমান ৰঙা দেৱালেৰে আগুৰি থকা। ইয়াৰ মাটি-কালি হৈছে ৬৪.২ একৰ। দেৱালবোৰ হৈছে সমদ্বিবাহু ত্ৰিভুজৰ লেখীয়া। অতীজতে এই দুৰ্গটোৰ উদ্দেশ্য আছিল বাহিৰা শক্তিৰ আক্ৰমণৰ পৰা চহৰখন ৰক্ষা কৰা। সেই কালছোৱাত ইয়াৰ দেৱাল-বোৰ আছিল অ'ক কাঠৰ। ইয়াৰ বিপক্ষে টাৰটাৰ সকলে ১৩৬৭ চনত দুৰ্জ্জয় আক্ৰমণ চলাইছিল। এই আক্ৰমণেই কাঠৰ দেৱালৰ অকৰ্ম্মণ্যতাৰ কথা প্ৰতিপন্ন কৰিছিল। ইয়াৰ পিছত দিমিত্ৰি আইভান-ভিছৰ দিনত কাঠৰ দেৱালৰ সলনি বৰ্ত্তমানৰ শিলৰ দেৱাল দিয়া হৈছে। তৃতীয় আইভানৰ ( ১৪৬২-১৫০৫ ) দিনত ইয়াৰ ভেটিত নকৈ শিলৰ গাথনি সাজি দেৱালবোৰ আজিৰ আকাৰলৈ অনা হৈছিল—এইবোৰক অধিক ভাবে টনকিয়াল কৰা হৈছে।

ক্ৰেমলীন চাবলৈ অহাৰ আগতে এদিন মস্কো নৈৰ পাৰে পাৰে গাড়ীৰে ফুৰিবলৈ যাওঁতে লিলিয়ে আমাক ক্ৰেমলীন স্তম্ভবোৰৰ বিষয়ে অলেখ কথা কৈ গৈছিল। এটাইবোৰ কথা কবিংকুটাকৈ মনত নাই।

ক্ৰেমলীনত মুঠ কুৰিটা স্তম্ভ আছে। বৰ ওখ। তাৰে পাঁচটা স্তম্ভৰ চূড়াত ৰঙা কৰি পাথৰৰ একোটা তৰা আছে। বহুত দূৰৈৰ পৰাই তৰা কেইটা চকুত পৰে। নিশা তৰা কেইটা জলমলাই থাকে। বিজুলী শক্তিৰ এনে প্ৰয়োগ কৰা হৈছে যে বহুত দূৰৰ পৰা ই জিলিকি থকাৰ উপৰিও বতাহত তিৰবিৰাই থাকে। দেখিলে সাইলাখ তৰা যেন লাগে,—অৱশ্যে শুভ্ৰ নহয়। ৰঙাহে।

ক্ৰেমলীনৰ এটাইতকৈ চালে চকুৰোৱা স্তম্ভটোৰ নাম হৈছে 'স্পাস্কায়া' স্তম্ভ। ই ৰেড্ স্কোয়াৰৰ মুখামুখিকৈ থকা লেনিন আৰু স্টেলিনৰ সমাধি-মন্দিৰটোৰ বাওঁফালে অৱস্থিত। ইয়াক ১৩৯১ চনত সজা হৈছিল। ই ওখই ২২১ ফুট। এই স্তম্ভটো দেখাৰ লগে লগে মোৰ মনৰ ৰূপালী পৰ্দাত আগতে দেখা পৃথিৱীৰ এটাইবোৰ ওখ বস্তু এটা এটাকৈ মনত পৰিছিল,—ৰেঙ্গুনৰ শ্বৰে ভেগন পেগোদা, পেৰিছৰ আইফেল টাৱাৰ, নিউয়ৰ্কৰ এম্পায়াৰ ষ্টেট্ বিল্ডিং ইত্যাদি। লগতে আমাৰ কুটুবমিনাৰটোলৈকো মনত পৰিছিল। কুটুবমিনাৰৰ শিখৰৰ পৰা জপিয়াই আমাৰ ভগ্ন-হৃদয় ডেকা-গাভৰুৱে আত্মহত্যা কৰে। মস্কোৰ 'স্পাস্কায়া' স্তম্ভৰ ওপৰৰ পৰাও তেনেকৈ জপিয়াই কোনোবাই আত্মহত্যা কৰে নে? মনতে ভাব হৈছিল,—ই সম্ভৱপৰ নহয়। হব কেনেকৈ? কাৰণ তাৰ ওচৰলৈ সাধাৰণ মানুহ যাব নোৱাৰে। ই ৰাষ্ট্ৰীয় শক্তিৰ প্ৰতীক। গতিকেই আছুতীয়া। এই স্তম্ভটোৰ ওপৰত এটা বিৰাট ঘড়ী আছে। ১৮৫১ চনত এই ঘড়ীটো তাত স্থাপন কৰা হয়। ১৯১৭ চনৰ বিপ্লৱৰ সময়ত বন্দুকৰ গুলীত ইয়াৰ কিছু হানি হয়। লেনিনৰ আমোলত দুনাই ইয়াক কাৰ্য্যক্ষম কৰা হয়। ই ছোভিয়েট ৰুছিয়াৰ 'বিগ্ বেন্'। আমাৰ দোভাষী-জনীয়ে কলে: "আপোনাব ৰেডিঅ'ত শুনিবচোন। নিতৌ ইয়াৰ আৱাজ শুনিবলৈ পাব। পোন্ধৰ মিনিটৰ মূৰে মূৰে। আজি ৰাতি চেষ্টা কৰি চাব।"

ক্ৰেমলীনৰ আন এটা উল্লেখযোগ্য স্তম্ভৰ নাম হৈছে 'নিকলস্কায়া' স্তম্ভ। এই স্তম্ভটো 'স্পাস্কায়া' স্তম্ভটোতকৈ কেইফুটমানহে চাপৰ। এই স্তম্ভটো ইতিহাস-বঞ্জিত। ১৮১২ চনত নেপোলিয়নৰ গুলীৰ আক্ৰমণত ই বহুতখিনি ধ্বংসপ্ৰাপ্ত হৈছিল। ইয়াক পুনৰ ১৮১৬ চনতহে বৰ্ত্তমানৰ অৱস্থালৈ অনা হৈছিল। ইয়াৰ উপৰিও ক্ৰেমলীনৰ পশ্চিম ভাগৰ দেৱালৰ প্ৰৱেশ-পথত দুটা উল্লেখযোগ্য দ্বাৰ-স্তম্ভ আছে। এটাৰ নাম 'ট্ৰইটস্কায়া'। আনটোৰ নাম 'বৰোভিটস্কায়া'। আকাৰৰ

পিনৰ. পৰা প্ৰথমটো যদিও 'স্পাস্কায়া' স্তম্ভটোৰ লগৰীয়া, তথাপি ই অতিৰিক্ত কাৰুকাৰ্য্যপূৰ্ণ নহয়। ইয়াৰ ওচৰতে 'আলেকজেণ্ড্ৰোভস্কি' বোলা উদ্যানৰ ওপৰেদি এখন মনোৰম শিলৰ সাঁকোও আছে। সেই কেইদিনৰ ভিতৰতে মস্কো চহৰখন ফুৰোঁতে এটাইবোৰ বস্তু চিনাকি হৈ পৰিল। এতিয়াও মনৰ কেমেৰাত বস্তুবোৰ স্পষ্ট হৈ আছে। চকুৰ আগতে দেখা যেন লাগে।

"স্বপ্নৰ বাটৰ শেষত দেখিছোঁ মই মাথোঁ
বিস্তীৰ্ণ সৰ্পিল পথ,
পথৰ ধূলিৰ বক্তিম ধোঁৱাৰে ঢাকি
গুচি যায় জীৱনৰ ৰথ।"

স্তম্ভবোৰ চোৱা শেষ কৰি ক্ৰেমলীনৰ অন্তৰ-থলীৰ ৰাজ-প্ৰাসাদ আৰু প্ৰাচীন গীৰ্জ্জাঘৰবোৰ এটা এটাকৈ চাবলৈ ললোঁ। আজি আৰু ৰাজ-প্ৰাসাদ ৰাজ-প্ৰাসাদ হৈ থকা নাই। গীৰ্জ্জাঘৰবোৰো গীৰ্জ্জাঘৰ হৈ থকা নাই। ৰাজ-প্ৰাসাদৰ পৰা যেনেকৈ ৰাজন্যবৰ্গক নিৰ্ব্বাসন দিয়া হৈছে তেনেকৈ পুনৰ গীৰ্জ্জাঘৰবোৰৰ পৰা দেবতাৰ লগতে পুৰোহিতবৰ্গক নিৰ্ব্বাসন দিয়া হৈছে। ধৰ্ম্ম জানো আফিং,—"opium of the people" নহয়? লিনিয়ে হাঁহি মাৰি কলে। ক্ৰেমলীনৰ প্ৰায়বোৰ ৰাজ-প্ৰাসাদ আৰু গীৰ্জ্জাঘৰ আজি যাদুঘৰত পৰিণত হৈছে যদিও গীৰ্জ্জা-অনুষ্ঠান একেবাৰে উচ্ছেদ হৈছে বুলিও কব নোৱাৰি। কেইটামান হলেও আছে। বাইবেলৰ কথাও মানুহে নজনা নহয়। জানে। তাহানি ১৯৪২ চনৰ জেলত পঢ়া বাইবেলৰ জ্ঞানেৰে লিলিইতৰ লগত কথা পাতি চাইছোঁ। কথাত বেচ যোগ দিব পাৰে। ৰাষ্ট্ৰীয় অনুশাসনে মানুহৰ অন্তৰৰ পৰা ধৰ্ম্ম-ভাব সম্পূৰ্ণ নিৰ্ম্মূল কৰাটো জানো সম্ভৱপৰ কথা?

ক্ৰেমলীনৰ যাদুঘৰত পৰিণত হোৱা ৰাজ-প্ৰাসাদ আৰু গীৰ্জ্জাঘৰবোৰত আজি প্ৰাচীন সম্পদৰাশি প্ৰদৰ্শনৰ কাৰণে ৰখা হৈছে।

এইবোৰৰ পুৰণি ভাস্কৰ্য্য, শিল্প, ৰাজন্যবৰ্গৰ বিবিধ বিলাসৰ সামগ্ৰী, যুদ্ধৰ সাজ-সৰঞ্জাম, আন মিত্ৰ ৰাষ্ট্ৰসমূহৰ লগত আদান-প্ৰদান হোৱা নানাবিধ উপঢৌকন আদি বিধে বিধে ৰখা হৈছে। অস্ত নপৰেহে নপৰে। ভাগৰ লাগি গৈছিল। অৱশ্যে দেখিছ আৰু বোমৰ যি ভাস্কৰ্য্য আৰু শিল্প-সম্ভাৰ তাৰ বিজনি ইয়াত নাই—সম্ভৱতঃ পৃথিৱীৰ কোনো ঠাইতে নাই, তথাপি বস্তুবোৰ চাই ভাল লাগিছিল। দোভাষিণী ছোৱালীজনীয়ে কথাবোৰ এটা এটাকৈ ব্যাখ্যা কৰি গৈছিল। প্ৰশ্ন কৰিছিলোঁ, জেপৰ পৰা সৰু নোটবুকখন উলিয়াই কথাবোৰ এটা এটাকৈ টুকি লৈছিলোঁ। মনতে "মই আঁকি যাম মাটিৰ বুকুত ৰথৰ চকাৰ দাগ",—এই ভাব।

ক্ৰেমলীনৰ এটাইতকৈ উল্লেখযোগ্য যাদুঘৰটোৰ নাম হৈছে 'উকমেয়নায়া প্লাটা'। ইংৰাজীত এওঁলোকে ইয়াক 'আৰ্মৰী' বোলে। ইয়াত সংৰক্ষিত প্ৰত্যেকটো বস্তুৱেই সাংস্কৃতিক আৰু ঐতিহাসিক দৃষ্টি-কোণৰ পিনৰ পৰা অতি তাৎপৰ্য্যপূৰ্ণ। ছশ বছৰৰ পূৰ্বৰ প্ৰথম আইভান বোলা 'জাৰ' এজনৰ 'উইল' এখনত কিছুমান গোপন ঐশ্বৰ্য্য-সম্পদ থকাৰ প্ৰমাণ এওঁলোকে পায়। ইয়াৰ পম খেদি এই বস্তু-সম্ভাৰ সমূহ আবিষ্কাৰ কৰা হয়। এই আবিষ্কাৰকে ভিত্তি কৰি এই 'আৰমৰী' বোলা যাদুঘৰটো গঢ়ি তোলা হয়। মূল্যবান পাথৰ, মণি-মুক্তা, সোণ-ৰূপৰ বস্তু-সম্ভাৰ, নানা তৰহৰ বস্ত্ৰ-দ্ৰব্য ইত্যাদি ইয়াত তৰহে তৰহে সজাই থোৱা হৈছে। আমাৰ ৰজাঘৰীয়া প্ৰায়বোৰ সম্পদ বিদেশী শাসনৰ হাতত পৰি অন্তৰ্দ্ধান হ'ল,—ময়ূৰ-সিংহাসন আজি ক'ত? আনহাতে ছোভিয়েট ইউনিয়নত এইবোৰ বিপ্লৱীৰ হাতত পৰি যাদুঘৰৰ শোভা বৰ্দ্ধনৰ সামগ্ৰীলৈ ৰূপান্তৰিত হৈছে।

চাই যাওঁতে দোভাষিণী ছোৱালীজনীয়ে প্ৰত্যেকটো বস্তুৰ বুৰঞ্জী নিয়াৰিকৈ কৈ গৈছিল। মনতে ভাব হৈছিল, এই নাচি থকা চুলি-কোছাৰ মাজৰ অকণমান মূৰটোত তাই বাৰু ইমানবোৰ কথা সাঁচি থৈছে কেনেকৈ? পৃথিৱীৰ সকলো ঠাইতে দেখিছোঁ গাইডবোৰ

সাধাৰণতে ছোৱালী। ধুনীয়া ছোৱালী। সম্ভৱতঃ ইয়াৰো কিবা মনস্তাত্বিক কাৰণ আছে। (১) ছোৱালীয়ে কথা কলে মানুহে অধিক মনোযোগেৰে শুনে।* (২) কথা কোৱাটোৱেই ছোৱালীৰ ধৰ্ম্ম। (৩) ছোৱালীৰ চকুৰ 'এচামুছ নীলা'-লৈ চাই থাকি ভাল লাগে; মৰম লাগে। মৰমে কথাবোৰ সিজাই পানী কৰি দিয়ে। কথাবোৰ শুনি যাওঁতে মোৰো কবিৰ ভাষাৰে কৈ দিবৰ মন গৈছিল:

> "তুমি মাথোঁ কথা কোৱা,
> মই মাথোঁ শুনি যাওঁ,
> আজি মাথোঁ কোৱা আৰু শুনাৰ সময়।"

চাই যাওঁতে কেইবাটাও মণি-মুক্তা খচিত ৰাজ-মুকুট দেখা পাইছিলোঁ। তাৰ এটাৰ নাম 'মনোমাম'। আৰু এটা দেখিছিলোঁ, —এইটো হেনো বিবাহ কাৰ্য্য সমাধা কৰি ১৮৩১ চনত কবি পুস্কিন আৰু তেওঁৰ পত্নীয়ে পৰিধান কৰিছিল। ৰাজ-মুকুটৰ বাহিৰেও কিছুমান ৰাজ-সিংহাসন আৰু ৰথো দেখিছিলোঁ। ইয়াৰে এখন ৰথ ইংলণ্ডৰ মহাৰাণী এলিজাবেথে ৰুছিয়াৰ 'জাৰ' বৰীছ গুডানেভক উপহাৰ দিয়া। ৰাজ-কোঁৱৰসকলে কেচুৱা কালত আৰোহণ কৰা ৰথো আছে। এটাইবোৰ স্বৰ্ণ-খচিত,—চিকমিকাই আছে। প্ৰত্যেকটো বস্তুৰ গাতে অতীত ইতিহাস উজ্জ্বল হৈ থকা যেন লাগিছিল। ডেকা-কালত পঢ়া ৰুছীয় ইতিহাসৰ কথাবোৰ এটা এটাকৈ মনত পৰিছিল। কিছুমান ৰথৰ আগত দেখিছিলোঁ যোৰা যোৰে ঘোঁৰা সাজোৱা আছে, —জীৱন্ত ঘোঁৰাৰ মৃত প্ৰতিমূৰ্ত্তি। দেখিলে একেবাৰে সঁচা সঁচা যেন লাগে। ৰাজন্যবৰ্গই ব্যৱহাৰ কৰা সোণ-ৰূপ খচিত নানাবিধ সাজ-পাৰো দেখিছিলোঁ। 'জাৰ' সকলৰ আমোলত এইবোৰ সাজ-পাৰৰ কিছুমান দেশ-বিদেশৰ পৰা গোটাই অনা হৈছিল। মনতে ভাব হৈছিল, —আজি সেই ৰাজন্যবৰ্গ ক'ত? সকলো বিপ্লৱৰ সমুখত মষিমূৰ হৈ

গৈছে। আৰু তেওঁলোকৰ এই বস্তুবোৰ "কালেৰ কপোলতলে শুভ্ৰ সমুজ্জ্বল" হৈ আজিও জীয়াই আছে।

"হায় ৰে হৃদয়,
তোমাৰ সঞ্চয়
দিনান্তে নিশান্তে শুধু পথপ্ৰান্তে ফেলে যেতে হয়।"

প্ৰাচীন ৰুছিয়াৰ বস্ত-সম্ভাৰৰ বাহিৰেও পোলেণ্ড, ইংলণ্ড, জাৰ্ম্মানী ইত্যাদি দেশৰ পুৰা গোটাই অনা নানান হাতৰ কামৰ বস্তু-সম্ভাৰো ইয়াত ৰখা হৈছে। এই এটাইবোৰ পুৰণি বস্তু। এইবোৰৰ ভিতৰত ইংলণ্ডৰ বিদ্যমান ৰূপৰ পাত্ৰই অতি সূক্ষ্মভাবে মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এইবোৰ অদ্ভুতভাবে কাৰুকাৰ্য্যপূৰ্ণ,— লগতে বৈচিত্ৰ্যপূৰ্ণও। দূৰৈৰ পৰাই এইবোৰে মানুহৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নেথাকে। লিলিয়েও সমৰ্থন জনালে: "সঁচাই যাদুঘৰটোৰ এই-খিনিয়েই হৈছে এটাইতকৈ শ্ৰেষ্ঠ সম্পদ।" নানা ধৰণৰ এই ৰূপৰ বস্তুবোৰ ষোল্ল সোতৰ শতিকাৰ ইংলণ্ডৰ কাৰিকৰসকলে কৰা কলা-নিদৰ্শন। দোভাষিণী ছোৱালীজনীয়ে কৈছিল:

> "The collection is of extra-ordinary historical and artistic value. No study of English silver of that time is complete without it, since there is no collection of its kind elsewhere, even in Britain."

ইয়াৰ উপৰিও শামুকেৰে সজা নানা ধৰণৰ কাৰুকাৰ্য্যপূৰ্ণ বস্তুও দেখিছিলোঁ। লগতে প্ৰাচীন ৰাজ-কোঁৱৰসকলে ব্যৱহাৰ কৰা ভালেমান বৃহৎ আকাৰৰ ঘড়ীও দেখিছিলোঁ। এনে কিছুমান ঘড়ী তাহানি পেৰিছৰ 'পেলৈ দি ভাৰ্ছাই' ৰাজ-প্ৰাসাদতো দেখিছিলোঁ। ইয়াৰবোৰ অৱশ্যে অধিক বৈচিত্ৰ্যপূৰ্ণ। এটা ঘড়ী দেখিছিলোঁ,— ওচৰতে এটা বিৰাট ঈগল চৰাই। লগত দুটা পোৱালি। কেউটা সোণোৱালী। পাঁচ ছেকেণ্ডৰ মূৰে মূৰে পোৱালিটোৱে মুখখন মেলে।

মাৰুজনীয়ে ততালিকে তাৰ মুখত একোটা মুকুতা পেলাই দিয়ে। সাপৰ মূৰত মণি থকাৰ দৰে ঈগল চৰাইৰ ডিঙিত মুকুতা থাকে বুলি এটা প্ৰবাদ আছে। ই হয়তো তাৰেই প্ৰমাণ।

ক্ৰেমলীনৰ যিটো কক্ষত বহি প্ৰেছিডেণ্ট ভৰ'ছিলভে বিদেশী ৰাষ্ট্ৰৰ লগত চুক্তি স্বাক্ষৰ কৰে, সেই কক্ষটোলৈকো গৈছিলোঁ। ক্ৰেমলীনৰ ভিতৰ দেৱালত এখন বিৰাট ছবি দেখিছিলোঁ। যুদ্ধৰ কাল্পনিক ছবি। টাৰটাৰসকলে ৰুছ দেশ আক্ৰমণ কৰিছে। 'জাৰ'ৰ আমোলৰ জুৰুলা ৰুছবাসী আক্ৰমণত জৰ্জ্জৰিত হৈছে। ছবিখন 'জাৰ' সকলৰ আমোলত অঁকা হৈছিল। আঁকিছে ফৰাছী শিল্পী ইভনে। ছবিখনলৈ আঙুলিয়াই ছোৱালীজনীয়ে কলে: "আজি আৰু আমি এইদৰে জৰ্জ্জৰিত হব নেলাগে। যেই কোনো আক্ৰমণকে ব্যৰ্থ কৰি দিব পৰা ক্ষমতা আমি অৰ্জ্জন কৰিছোঁ।" তাৰ পাচত মূৰটো ঘূৰাই তাই আমাৰ সমুখৰ দেৱালখনত থকা আন এখন ছবিলৈ আঙুলিয়াই দিলে। সেইখন যুদ্ধৰ ছবি নহয়। এখন জন-সভাৰ ছবি। তাত বক্তৃতা দিছে লেনিনে। মানুহবোৰ হতবাক হৈ 'কমৰেড' লেনিনৰ বক্তৃতা শুনিছে। লেনিনৰ গাত এখন গধুৰ কম্বল,—বাওঁহাতে ওলমি পৰা।

ইয়াত এটা কথাই মোৰ মন বৰকৈ মুহিছিল। সেইটো হৈছে মানুহৰ দেশ-প্ৰেম,—যিটো বস্তুৰ আমাৰ বৰকৈ অভাব। যাদুঘৰৰ বস্তুবোৰ এওঁলোকে আঙুলিয়াই দেখুৱাই যায়। লগতে একেষাৰ কথা কৈ যায়। অৱশ্যে বস্তুবোৰ যদি ৰুছীয় হয়, তেতিয়াহে, "এইটো বস্তু অমুক শতিকাৰ ৰুছীয় কাৰিকৰে কৰা। সেইটো বস্তু ৰুছীয় শিল্পীয়ে অমুক শতিকাত কৰা।" মনতে ঘূৰাই পকাই ভাবিছিলোঁ: তাহানি যুক্তৰাষ্ট্ৰত যিটো সুৰত কথা শুনিছিলোঁ, ইয়াতো সেই একেটা সুৰতে শুনিছোঁ। লগতে যুক্তৰাষ্ট্ৰত এটা কথা দেখিছিলোঁ,— সেইটো হৈছে তাৰ প্ৰায়বোৰ বস্তুকে পৃথিৱীৰ আন দেশৰ বস্তুৰ লগত ৰিজনি দিয়াৰ প্ৰতি এটা অভুতপূৰ্ব্ব স্পৃহা। সেইটো দুৰ্ব্বলতা

অৱশ্যে ইয়াত দেখা নাছিলোঁ। তাৰো যথাযথ কাৰণ নোহোৱা নহয়। ছোভিয়েট ৰুছিয়াৰ বহির্জগতৰ লগত সম্বন্ধ বৰ বেচি নাই বুলিব পাৰি। ষ্টেলিনৰ আমোলত অৱশ্যে লেশমানো নাছিল বুলিব পাৰি। এতিয়া বাঢ়িছে। বছৰি ভ্ৰমণকাৰীৰ সংখ্যা বৰ্ত্তমান বাঢ়িছে। ৰুছিয়াৰ পৰাও মানুহ বাহিৰলৈ গৈছে। এই আদান-প্ৰদানৰ জৰিয়তে ভাব আৰু ৰীতি-পদ্ধতিৰ যে কিছু পৰিবৰ্ত্তন নোহোৱাকৈ আছে, এনে নহয়। ১৯৫৭ চনত মুঠ ৫৫০,০০০ ভ্ৰমণকাৰীয়ে ছোভিয়েট ৰুছিয়াত ভ্ৰমণ কৰিছে। ইয়াৰ পৰাই নতুন পৰিস্থিতিৰ কথা বুজিব পাৰি। সেইবুলি আনৰ লগত মিলাব পৰাকৈ যি ব্যুৎপত্তিৰ প্ৰয়োজন, সেই ব্যুৎপত্তি অৰ্জ্জন সম্ভৱতঃ এতিয়াও পৰিপূৰ্ণ হোৱা নাই। গতিকেই এই পিনৰ পৰা ইয়াৰ মানুহবোৰ নিমাত।

ক্ৰেমলীনৰ ঘাই ঘৰটোৰ ভিতৰতে ছুপ্ৰীম ছোভিয়েটৰ অৰ্থাৎ বিধান পৰিষদৰ সভা ঘৰটো। এইটো ঘাই ৰাজপ্ৰাসাদৰ অন্তৰ-থলীৰ বস্তু যেতিয়া 'জাৰ' সকলৰ আমোলত ইয়াক কি কামত ব্যৱহাৰ কৰা হৈছিল একো বুজিব নোৱাৰিলোঁ। ছোৱালীজনীয়ে এই বিষয়ে আমাক একো জনাব নোৱাৰিলে।

অতীজতে 'জাৰ' সকলৰ দিনত ইয়াত দুটা ডাঙৰ 'হল' আছিল। এটাৰ নাম 'এলেকজেন্দ্ৰোভস্কি'। আনটোৰ নাম 'এন্দ্ৰেয়াভস্কি'। এই 'হল' দুটা একগোট কৰি বৰ্ত্তমান পৰিষদ-ভৱনটো সৃষ্টি কৰা হৈছে। ছুপ্ৰীম ছোভিয়েটৰ,—আমাৰ পাৰ্লামেণ্টৰ লেখীয়া, সভা ইয়াতেই বহে। ইয়াৰ উপৰিও ৰাজকায় দল কমিউনিষ্ট পাৰ্টিৰো নানা সভা ইয়াতেই বহে। ৰাজনৈতিক সভাৰ বাহিৰেও পাৰ্টিৰ আন সভা-সমূহ ইয়াতেই বহে। যেনে শিল্প, সাহিত্য, বিজ্ঞান আদি বিষয়ৰ নানা আলোচনা সভা। আমাৰতো লোকসভা বা ৰাজ্য-সভাৰ কক্ষত দলীয় সভাৰ কথা দূৰতে থাওক, আন কোনো সভাই বহিব নোৱাৰে। আমাৰ দেশৰ শাসন গণতান্ত্ৰিক। গণতন্ত্ৰত নানান বিৰোধী দল থকাটো সম্ভৱ,—নহলে গণতন্ত্ৰ ক্ষুণ্ণ হোৱাটো স্বাভাৱিক। ছোভিয়েট

ৰুছিয়াৰ নিচিনা একদলীয় শাসনত বিৰোধী দলৰ কোনো স্থান নাই। ইয়াত চৰকাৰ আৰু দলৰ কোনো পাৰ্থক্য নাই। চৰকাৰেই দল। দলেই চৰকাৰ। চুপ্ৰীম ছোভিয়েটৰ সভাঘৰটো চাই যাওঁতে আমাৰ লগৰ সংসদী সদস্য এজনে সুধিছিল: "ইয়াত বিৰোধী দল সমূহ ক'ত বহে?" দোভাষিণী ছোৱালীজনীয়ে মাথোন মিচিকিয়াই হাঁহিলে। কোনো উত্তৰ নিদিলে।

চুপ্ৰীম ছোভিয়েটৰ এই পৰিষদ-ভৱনটো ক্ৰেমলীনৰ দুটা কোঠা সজাই মেলি ১৯৪৫ চনত কৰা হয়। 'জাৰ' সকলৰ দিনত এই কোঠা দুটা মুখ্যতঃ নৃত্য গীত, ভোজ-উৎসৱ ইত্যাদিৰ কাৰণে সজা হৈছিল। সেই মলঙি যোৱা বিলাসৰ চিন আজিও যেন ইয়াৰ চালে-বেৰে লাগি আছে। ওপৰত সৰু সৰু 'বেলকনি' আছে। তাত ছোভিয়েট আৰু বিদেশী প্ৰেছ সমবেত হয়। চৰকাৰৰ পিনৰ পৰা আমাৰ লগত এজন ফটোগ্ৰাফাৰ দিছিল। তেওঁ এই পৰিবেশত আমাৰ বিধে বিধে ছবি লৈছিল।

ভিতৰ চ'ৰাৰ বস্তু এটা এটাকৈ নিৰীক্ষণ কৰাৰ অন্তত ক্ৰেমলীন-দেৱালৰ কাষত বাজআলি নিৰীক্ষণ কৰি থকা বিখ্যাত মস্কো ঘণ্টাটোৰ ওচৰ পালোঁহি। ঘণ্টাটো দেখি সৰুকালৰ ঘটনা এটা মনত পৰিছিল। সৰুতে এদিন চহৰত পঢ়া পুতেকৰ বিদ্যাৰ দৌৰ জোখোঁ বুলি দেউতাই সুধিছিল: "কচোন বাৰু পৃথিৱীৰ আচৰিত বস্তু কেইটা? নাম ক।" ছটালৈকে নিৰহ-নিপানীকৈ কৈ আহিছিলোঁ। ক'তো আঁৰ লগা নাছিল। বেবিলনৰ উদ্যানো বগালোঁ,—কিন্তু এই আপদীয়া মস্কো ঘণ্টাটোৰ কথা একো পধ্যেই মনত নপৰিল।

এই মস্কোৰ ঘণ্টাটোক 'জাৰ বেল' বোলা হয়। ১৭৩৫ চনত আইভান মেট'ৰীন আৰু তেওঁৰ পুত্ৰ মিকেইলে এই ঘণ্টাটো সজাইছিল। ইয়াৰ ওজন হৈছে দুশ টন। ১৭৩৭ চনৰ বিৰাট অগ্নিকাণ্ডত ঘণ্টাটো ওপৰৰ পৰা মাটিলৈ খহি পৰিছিল। তেতিয়াই ইয়াৰ এডোখৰ ভাগি পৰে। এই ভাগি পৰা ডোখৰৰ ওজন হৈছে এঘাৰ

টন। এই ঘটনাৰ এশ বছৰৰ পিছতহে ঘণ্টাটো মাটিৰ পৰা খান্দি উদ্ধাৰ কৰা হয়। অৱশেষত গ্ৰেনাইট শিলৰ ওখ এটা ভেটি সাজি ইয়াক বৰ্ত্তমান অৱস্থাত স্থাপন কৰা হয়। এই ঠাইতে ই এতিয়াও আছে,—দৰ্শকৰ কৌতুহলৰ বস্তু হৈ। দেখি এবাৰ বজাই চাবৰ ইচ্ছা হৈছিল। ইয়াৰ ওচৰতে 'জাৰ কেনন' বোলা এটা বৰটোপো আছে। ১৫৮৬ চনত আন্দ্ৰাই ছোকভে ইয়াক সজাইছিল। দেখিলে আমাৰ বজাদিনীয়া বৰটোপ যেন লাগে।

মস্কোত অসংখ্য পাৰ্ক, উদ্যান আৰু খেল-ধেমালিৰ থলী আছে। তাৰে কিছুমান চাবলৈ গৈছিলোঁ। মস্কো নৈৰ পাৰে পাৰে প্ৰায় এঘাৰটা স্নান-কেন্দ্ৰ আৰু বালিচাপৰি কেন্দ্ৰ আছে। লগতে সু-সজ্জিতকৈ ৰখা অৰণ্যও আছে। খেলাৰ সামগ্ৰী জান-জুৰি, পানীৰ স্প্ৰিং ইত্যাদিও আছে। ইয়াৰ উপৰিও মস্কোবাসীৰ জিৰণি আৰু আমোদৰ কাৰণে দহখন উদ্যান আছে। লৰা-ছোৱালীৰ আমোদ-প্ৰমোদৰ কাৰণে এনে ধৰণৰ সোতৰখন উদ্যান আছে। ইয়াৰে এটাইতকৈ ডাঙৰখনক 'গৰ্কী ৰিক্ৰিয়েশ্যন পাৰ্ক' নামেৰে অভিহিত কৰা হৈছে। এই উদ্যানখন ১৯২৮ চনত সজা হয়। ইয়াত এটা ছবি-ঘৰ আছে। লাইব্ৰেৰী, মুকলি মঞ্চ, ৰেস্তোঁৰা আদি সকলো সুবিধা আছে। সৰু সৰু হ্ৰদ, ৰাজ-হাঁহ, নাও, ফুলনি, গছ-লতাৰ কুঞ্জবন ইত্যাদি বহুত বস্তু আছে। শীতকালত যেতিয়া হ্ৰদবোৰ গোট-মাৰি বৰফ হয়, তেতিয়া তাত মানুহে স্কেটিং কৰে। বৰ উপভোগ কৰিবলগীয়া বস্তু।

গৰ্কী পাৰ্কত প্ৰায় সকলো সময়তে মানুহ দেখিছিলোঁ। কাৰো জীৱন ভাটি দিছে। 'মেলি দিয়া নাৱৰীয়া নাওখনি মোৰ' বুলি হয়তো হামৰাও কাঢ়িছে। আনহাতে কুঞ্জবনৰ আঁৰে আঁৰে ডেকা-গাভৰুৱে জীৱনৰ বন্দনা কৰিছে। ইয়াত অৱশ্যে পেৰিছ, ৰোম বা নিউয়ৰ্কত দেখাৰ দৰে ৰাজ-আলি, ছিনেমা-ঘৰ নাইবা আন কোনো অৱস্থাত ডেকাই গাভৰুক সাৱটি লৈ 'ওঁঠৰ লালিমা'ৰ সোৱাদ লোৱা দেখা

নাই,—কিন্তু উদ্যানৰ কুঞ্জবনৰ আঁৰত ডেকা গাভৰুৰ আলিঙ্গন-বন্ধন দেখিছোঁ। চকুত এটা অতৃপ্তিৰ দৃষ্টি। মুখত যৌৱনৰ উত্তাপময় আভা। ডেকা-গাভৰুৰ শুদ্ধ মৰমবোৰ সদায়েই অতৃপ্ত হৈয়েই থাকে,—ইয়াৰ শেষ নাই।

"তোমাৰে পেয়েছি কোন্ প্রাতে,
তাৰ পৰে হাৰায়েছি ৰাতে।
তাৰ পৰে অন্ধকাৰে অগোচৰে তোমাৰেই লভি।"

গৰ্কী পাৰ্কত দেখিছিলোঁ,—কৰবাত কোনোবাই জুম পাতি নাচ-গান কৰিছে। একেবাৰে উন্মাৰল হৈ আছে। এদিন মাজনিশা এনে এটা নৃত্য-গীত মতলীয়া দলৰ মাজত সোমাই পৰিছিলোঁ। ভাৰতীয় বুলি জানি তেওঁলোকৰ মৰম-চেনেহৰ ঢল বাগৰিছিল। এই-খন দেশত ভাৰতৰ মানুহ বুলিলে ঘৰলৈ ন-মিতিৰ অহা যেন পায়। নহয়, আঠমঙলা খাবলৈ ন-জোঁৱাই অহা যেন পায়। আমাক দেখি, —আমি কেইজনমানহে আছোঁ,—তেওঁলোকে আমাক নৃত্য-গীতত যোগ দিবলৈ মাতিছিল। গোটেইটো এক মাদকতাপূৰ্ণ পৰিবেশ। পুঁৱতী নিশাহে আনন্দ-উৎসৱৰ ওৰ পৰিছিল। ইয়াত আন দেশৰ দৰে নিশাৰ ক্লাব নাই। কিন্তু হোটেলবোৰত ইয়াৰ ব্যৱস্থা আছে,—যুটীয়া নাচৰ ব্যৱস্থা। সদায়েই দেখিছিলোঁ,—আমাৰ 'পিকিং' বোলা হোটেলটোত সন্ধিয়া ছয় বজাৰ লগে লগে নাচিবলৈ অহা, নৈশ-জীৱনৰ সোৱাদ লবলৈ অহা ডেকা-গাভৰুৰে ভৰি পৰা। সন্ধিয়া ছয় বজাতে বাহিৰত 'ছাইন বোৰ্ড' ওলমে,—'ঠাই আৰু নাই'।

আমাৰ লগৰ ছোৱালীজনীয়ে 'ভদকা' খাই চকুহাল ৰঙা কৰি পেলাইছিল। কাৰোবাৰ গাত মূৰটো নথলে বেছেৰীৰ উপায় নোহোৱা অৱস্থা। 'ভদকা' বৰ চোকা মদ। তাইৰ দুৰৱস্থা দেখি মোৰ ভন্ কুৰাৰ হেইমেনদৰকৰ 'দি নেকেড্ মাগাজ' বোলা কিতাপখনৰ এনে এটা দৃশ্যলৈ মনত পৰিছিল। ধুনীয়া ছোৱালীয়ে বেতিয়া মদ খায়,—আমাৰ নকলী মেঁমবোৰে খোৱা দেখিলে মোৰ খং উঠে,—বেতিয়া

চকুহালি তাইৰ ক্ৰমাৎ ৰঙচুৱা হৈ আৰ্চ্চিৰ লেখীয়া হয়, যেতিয়া জুই-শলাৰ কাঠি মাৰিবলৈ যাওঁতে কাঠি উফৰি উফৰি যায়, যেতিয়া কথা কওঁতে ইটো শব্দৰ বোকোচাত সিটো শব্দ উঠে,—সেই দৃশ্য চাই মোৰ অতিপাত ভাল লাগে। লিলিয়ে এটা এমেৰিকান চিগাৰেট জ্বলাইছিল। জুইশলাৰ কাঠিটো মই মাৰি দিছিলোঁ। তাই এমেৰিকান চিগাৰেট জ্বলোৱা দেখি মই আচৰিত হৈ গৈছিলোঁ। "কিহে তুমি দেখোন এমেৰিকান চিগাৰেট জ্বলাইছা? কিয় ৰুছিয়ান চিগাৰেট নজ্বলোৱা?" "কিয় আপুনি দেখোন ইংলীছ চিগাৰেট জ্বলাইছে?" মই আহোঁতে প্লেনৰ পৰা ভালেমান চিগাৰেট হওঁতে কিনি আনি-ছিলোঁ,—ইংলীছ চিগাৰেট। মই তাইক আকৌ কলোঁঃ "তোমালোকে যে এমেৰিকানক দেখিব নোৱাৰা। আমি কিন্তু ইংলণ্ডৰ মানুহক ভাল পাওঁ।"

লিলি ক্ষান্ত নহল। "কোনে কলে আমি এমেৰিকানক বেয়া পাওঁ বুলি? এইবোৰ সব প্ৰপেগেণ্ডা। ইয়ালৈতো এমেৰিকান মানুহ কম বেচি আহিয়েই আছে। তেওঁলোককতো আমাৰ মানুহে বেয়া নেপায়!" কি ঈশ্বৰৰ ইচ্ছা কব নোৱাৰোঁ,—পিছ দিনা অক-স্মাতে এটা এমেৰিকান ভ্ৰমণকাৰীৰ দল লগ পালোঁ। তেওঁলোকৰ লগত কথা পাতিলোঁ। তাৰে এজনে কলেঃ "আমি ইয়ালৈ আহোঁতে বৰ সন্দেহৰ ভাব মনতে লৈ আহিছিলোঁ। কেনে ব্যৱহাৰ, কেনে আচৰণ পাওঁ ইত্যাদি। কিন্তু ইয়াত আহি দেখিছোঁ—সন্দেহ কৰিব লগাতো কোনো কাৰণ নাই। মানুহৰ ইমান মাধুৰ্য্যপূৰ্ণ ব্যৱহাৰ পাইছোঁ।" কথাষাৰ মনতে ভাবিবলৈ ধৰিলোঁ,—লিলি সঁচা। মানুহ আৰু মানুহৰ মাজততো কোনো ব্যৱধান নাই। কোনো কাজিয়াও নাই। কাজিয়া হৈছে ক্ৰুশ্চেভ আৰু ডালেছৰ,—সৰ্ব্বসাধাৰণ মানুহৰ, ৰাজিমিৰ আৰু ৰবাৰ্টছনৰ নাইবা লিলি আৰু ইছাডোৰাৰতো নহয়। চকুত নতুন পোহৰ সিঁচি লৈ ঘৰলৈ উলটিলোঁ। সেই পোহৰত মোৰ কাৰণে পৃথিৱীখন নতুন হৈ পৰিল।

## ( ৩ )

ছাত্ৰাৱস্থাত মেটাৰলিঙ্কৰ ৰহস্যবাদী নাটিকা "ব্লু বাৰ্ড" পঢ়োঁতে সেই সম্বন্ধে এটা কথা পঢ়া মনত আছে। সেইটো হৈছে মস্কো আৰ্ট থিয়েটৰৰ উচ্চ পৰ্য্যায়ৰ কলা-কৌশল আৰু শিল্প-প্ৰচেষ্টা সম্বন্ধে। তেতিয়াই পঢ়িছিলোঁ,—"ব্লু বাৰ্ড" নাটকখন মঞ্চস্থ কৰিবলৈ যা-যোগাৰ কৰোঁতে ইয়াৰ কৰ্ম্মকৰ্ত্তাসকলক হেনো প্ৰায় দহ বছৰ কাল সময় লাগিছিল। কথাবোৰ পঢ়ি মই আচৰিত হৈছিলোঁ। এইটো অৱশ্যে সঁচা,—অৱশেষত এই যা-যোগাৰৰ পিছত নাটকখন যেতিয়া মঞ্চত মুকলি কৰা হল, তেতিয়া ই সহজেই পৃথিৱীৰ এক অভূতপূৰ্ব্ব সৃষ্টি বুলি পৰিগণিত হল। ৰুছিয়াৰ শিল্পী সকলৰ অধ্যৱসায় মন কৰিবলগীয়া। ইয়াৰ বাহিৰেও ৰুছিয়াৰ মঞ্চ-বুৰঞ্জী সম্বন্ধে ডেকা কালত পঢ়া কিছুমান কথা এটা এটাকৈ মনত ভুমুকি মাৰিছিল। ইয়াৰ গাৱঁৰ প্ৰায় মঞ্চবোৰৰ সমুখৰ আঁৰ-কাপোৰখনত এষাৰ কথা লেখা থাকে। সেইষাৰ হৈছে: "লুণ্ঠনৰ আন এটা নাম হৈছে নিকৰ্ম্মা জীৱন। বৰ্ব্বৰতাৰ আন এটা নাম হৈছে কলাহীন কৰ্ম্ম-সাধনা।"

এওঁলোকৰ কলা-নিদৰ্শন সমূহ নিৰীক্ষণ কৰি মনতে ভাব হৈছিল: ৰুছবাসী কেতিয়াও বৰ্ব্বৰ নহয়। এওঁলোক এক নিপুণ কলা-জীৱনৰ অধিকাৰী। গতিকেই গোটেই যাত্ৰা-পথটোত একেৰাহে ভাবি আহিছিলোঁ: এওঁলোকৰ কলা-জীৱনৰ যিমানদূৰ পাৰি সম্ভেদ লব লাগিব। থিয়েটৰ, বেলে-নৃত্য, পাপেট শ', অ'পেৰা,—বিশেষকৈ আন নোৱাৰিলেও বেলে-নৃত্য চাবই লাগিব। বেলে-নৃত্যত ৰুছিয়াৰ খ্যাতি জগত জোৰা। এইবোৰ যদি নেচালোঁৱেই তেন্তে মস্কোলৈ আহিলোঁ কেলৈ? একোটা জাতিৰ হৃৎপিণ্ড হৈছে কলা-জীৱন,—জাতিৰ নিজস্ব

প্ৰতিভাৰে উদ্ভাসিত। ছোভিয়েট ৰুছিয়া হৈছে নানা জাতি, উপ-জাতিৰ সমন্বয়-ভূমি। প্ৰত্যেক জাতি, উপ-জাতিৰে নিজা স্বকীয়া কলা-নিদৰ্শন আছে,—লোক-গীত, নৃত্য, নাটক আদিৰ আৰ্হি। প্ৰত্যেকৰে নিজা সাংস্কৃতিক সম্পদৰ চিন জীয়াই ৰখাৰ প্ৰতি এটা আচুতীয়া ধাউতিও আছে। এই ক্ষেত্ৰত ৰাষ্ট্ৰ আৰু সংঘৰ উদগণি আৰু একাগ্ৰতাও মন কৰিবলগীয়া। এই খিনিতেই প্ৰশ্ন হৈছে,—চিনেমা, ৰেডিঅ' আৰু টেলিভিশ্যনৰ প্ৰাদুৰ্ভাবে ৰঙ্গমঞ্চৰ জনপ্ৰিয়তাৰ ওপৰত কিমান দূৰ আঘাত কৰিছে? হওঁতে চিনেমা, ৰেডিঅ' আৰু টেলিভিশ্যনে ৰঙ্গমঞ্চ পুলিয়ে পোখাই উঘালি পেলাব পাৰে বুলি আশঙ্কা কৰাটো খুব সমীচিন কথা নহব। এই সকলোবোৰৰ অন্তৰালত এটা মনস্তাত্বিক কাৰণ নোহোৱা নহয়। দৃশ্যবস্তুৱে মানুহৰ মন সহজেই আকৰ্ষণ কৰাটো সম্ভৱ। এই কেইটা মাধ্যমৰ অন্তৰ্নিহিত শক্তি ফঁহিয়াই চালে বহুত কথা স্পষ্ট হৈ পৰিব। প্ৰত্যেকৰে একোটা স্বকীয়া অস্তিত্ব আছে। সেই বুলি অসুবিধা নথকাও নহয়। ৰেডিঅ'-ত আমি আৰব শিল্পী গৰাকীৰ মাতটো শুনোঁ; কিন্তু গাটো বা ছাঁটো নেদেখোঁ। আনহাতে চিনেমাত আমি ছাঁটো দেখোঁ; কিন্তু মানুহৰ তেজ-মঙহৰ গাটো নেদেখোঁ। ৰঙ্গমঞ্চৰ কথা স্বকীয়া। মাধ্যম হিছাপে ই আওপুৰণি যদিও ইয়াৰ কিছুমান সুবিধা আছে। ৰঙ্গমঞ্চত আমি মাতটো শুনোঁ, ছাঁটো দেখোঁ,—লগতে আমি তেজ-মঙহৰ গাটোও দেখোঁ। এই তিনিওটা বস্তুৰ প্ৰতি যেতিয়ালৈকে মানুহৰ মনত এটা সহজাত হাবিয়াস বদ্ধপৰিকৰ হৈ থাকিব, তেতিয়ালৈকে মাধ্যম হিছাপে ৰঙ্গমঞ্চৰ মৃত্যু নাই।

ছোভিয়েট ৰুছিয়াত আন পাশ্চাত্য দেশৰ দৰে ৰঙ্গমঞ্চৰ ওপৰত চিনেমা বা টেলিভিশ্যনৰ তেনে ধৰণৰ কোনো উল্লেখযোগ্য আঘাত পৰা নাই। চিনেমাৰ প্ৰাদুৰ্ভাব যথেষ্ট যদিও ইয়াত ছবি-ঘৰৰ সংখ্যা আৰু ফিল্ম উৎপাদনৰ ঘনতা সেইদৰে লেখত লবলগীয়া নহয়।

দুয়োটা বস্তুৰেই কম। ইয়াত বৰ্ত্তমান ১৯৫৬ চনৰ সংখ্যা-গণনা মতে মুঠ ষাঠি হেজাৰ চিনেমা প্রজেক্টাৰ আছে। তাৰে ৪৬,৭০০ গাওঁ অঞ্চলত অৱস্থিত। তাহানি লেনিনে এবাৰ কৈছিল: "the cinema is the most important of all the arts." প্রচাৰৰ বাহন হিছাপে চিনেমাতকৈ সম্ভৱতঃ শক্তিশালী বস্তু আৰু নাই।

চিনেমাৰ লগে লগে টেলিভিশ্যনৰো প্রাদুর্ভাব ক্রমাৎ বাঢ়ি আহিছে। প্রথমতে মস্কো আৰু লেনিনগ্রেড,—এই দুঠাইত মাথোন দুটা টেলিকাষ্টিং কেন্দ্র খোলা হৈছিল। বৰ্ত্তমান ইয়াক বহলাই নি সর্ব্বমুঠ ন্নাৰটালৈ নিয়া হৈছে। গাৱঁৰ মানুহৰ ঘৰতো কোনো কোনো ক্ষেত্রত টেলিভিশ্যন চেট্ আছে। অৱশ্যে যুক্তৰাষ্ট্রত যেনেকৈ দোকানে-পোহাৰে,—আনকি নাপিতৰ ছেলুনতো ইয়াৰ ব্যৱস্থা আছে, তেনেকৈ ইয়াত নাই।

মস্কো বা লেনিনগ্রেড, ক'তো চিনেমা চোৱাৰ প্রয়োজন বোধ কৰা নাছিলোঁ। চিনেমা দেখি থকা বস্তু। ইচ্ছা কৰিলে আমাৰ দেশতে ছোভিয়েট ছবি চাব পাৰি। নাইবা নতুন দিল্লীৰ ছোভিয়েট দূতাবাসক কলেই হল। সকলো যোগাৰ হৈ যাব। গতিকে নিশা খাই বই উঠি এটা নতুন বস্তু "চিনেৰেমা" চাবলৈ গলোঁ। বস্তুটো চাই বৰ উপভোগ কৰিলোঁ। চাই থাকোঁতে দৃষ্টিত এটা ইলিউশ্যনৰ সৃষ্টি হল। চকুৰ পৰ্দ্দাত ৰূপালী পৰ্দ্দাৰ ছাঁবোৰ হেৰাই গৈ আচল মানুহ যেন লাগিল। এইখিনিতেই "চিনেৰেমা"ৰ সার্থকতা। ছবিখন আছিল বৰ্ত্তমান ছোভিয়েট ৰুছিয়াৰ গঠন-প্রচেষ্টা সম্বন্ধে। শিল্প-প্রচেষ্টা, কৃষি-উদ্যম আদিতে আৰম্ভ কৰি খেল-ধেমালিলৈকে, সকলো বস্তু বিধে বিধে প্রদর্শন কৰা হৈছিল। ইয়াৰে বিশেষকৈ "ৱাটাৰ স্পৰ্টছ", পানীৰ খেল চাই অতিপাত ভাল লাগিছিল। সকলোবোৰ অৱশ্যে উৎপাত প্রপেগেণ্ডা,—প্রচাৰমূলক দৃষ্টিভঙ্গীৰে প্রত্যেকটো বস্তু সজোৱা হৈছে।

ছোভিয়েট উৎকৃষ্ট কলা-কৌশলৰ স্পর্শ পাই প্রচাৰ কার্য্যও উন্নত

কলা-বস্তুত পৰিণত হৈছে,—সেই বিষয়ে সন্দেহ নাই। সম্ভৱতঃ এই কাৰণেই বিৰাট চাৰিতৰপীয়া ছবি-ঘৰটো দৰ্শকৰে ঠাহ খাই পৰিছিল। এই ছবিখনৰ কিছুমান মনত সাঁচ থব পৰা দৃশ্য অন্তৰত সাঁচি লৈ মাজনিশা আমাৰ হোটেল পিকিং সোমালোঁহি। ছোভিয়েট ইউনিয়নত জন-সংখ্যা অনুপাতে ৰঙ্গমঞ্চৰ সংখ্যা তাকৰ। মুঠ পাঁচ শহে। অৱশ্যে প্ৰায়বোৰ কৃষি-পাম, ফেক্টৰী, অফিছ-সংঘ ইত্যাদিৰ নিজা স্বকীয়া মঞ্চও আছে। এইবোৰ আমোদ-প্ৰমোদৰ বস্তু। আনহাতে উপৰুক্ত লেখত লব লগীয়া পাঁচ শ মঞ্চ-ঘৰৰ প্ৰায়-বোৰৰে জাতিৰ সংস্কৃতি জীৱনলৈ একোটা ঐতিহ্যৰ বৰঙণি আছে। ইয়াৰ প্ৰায়বোধৰে মঞ্চ-আন্দোলনৰ প্ৰতি,—ইয়াক সবল, সুস্থ ভাবে গঢ়ি তোলাৰ প্ৰতি একোটা শকত অবদান আছে। এই পিনৰ পৰা মস্কো আৰ্ট থিয়েটৰ, বলছয় থিয়েটৰ ইত্যাদিৰ অবদান উল্লেখযোগ্য। এইবোৰ ৰঙ্গমঞ্চই জাতিৰ সংস্কৃতি-জীৱনত ইতিহাস ৰচনা কৰিছে।

১৮৯৮ চনত মস্কো আৰ্ট থিয়েটৰ মঞ্চামোদী ষ্টেনিলভস্কি আৰু নেমিৰ'ভিক্-ডাল্ছেনক,—এই দুজনাৰ প্ৰচেষ্টাত গঢ়ি উঠিছিল। আজি ইমান বছৰে ই যে কেৱল গতানুগতিক ভাবে মঞ্চত নাটকেই মুকলি কৰি আহিছে, এনে নহয়। নতুন নাটকীয় আৰ্হিৰ সৃষ্টি কৰিও আহিছে,—সেই বিষয়ে সন্দেহ নাই। বৰ্ত্তমান যুগত প্ৰাচীন ঐতিহ্য জীয়াই ৰখাৰ উপৰিও ইয়াৰ জৰিয়তে নতুন বাস্তৱধৰ্ম্মী, সামাজিক নাটকৰো সৃষ্টি হৈছে। লেনিনৰ দিনত "কলাৰ কাৰণে কলা সাধন" দৰ্শনৰ ওৰ পৰিছিল। নতুন এক সামাজিক বাস্তৱবাদৰ উদ্ভৱ হৈছিল। এই সামাজিক বাস্তৱবাদ সম্বন্ধে নানা আলোচনা-সমালোচনা হৈছে যদিও ই এতিয়াও এইখন দেশত জীৱন্ত কলা-দৰ্শন হিছাপে স্বীকৃত হৈয়ে আছে। লেনিন-ষ্টেলিনৰ আমোলৰ নতুন ৰাজনৈতিক পৰিস্থিতিৰ লগত ৰজিতা খোৱাকৈ শিল্প-কলাৰ জন্ম দিয়াৰ প্ৰতি ৰাষ্ট্ৰীয় নিৰ্দ্দেশ দিয়া হৈছিল। এই নিৰ্দ্দেশ মস্কো আৰ্ট থিয়েটৰ সমন্বিতে সকলোবোৰ কলা-অনুষ্ঠানে আখৰে আখৰে পালন কৰিছে।

মস্কো আৰ্ট থিয়েটৰৰ নাটকীয় আহিলা, সামগ্ৰী আদিৰ এটা নিজা যাদুঘৰ থকাৰ উপৰিও দৃশ্যপট আদিৰ কাৰণে এটা সুকীয়া কাৰখানাও আছে। ইয়াতেই মঞ্চৰ বাবে প্ৰয়োজনীয় যাৱতীয় আহিলা-পাতি তৈয়াৰ হয়। মঞ্চৰ যাদুঘৰটোত পুৰণি এটাইবোৰ নাটকীয় বস্তু-সম্ভাৰ অতি যতনেৰে সাঁচি থোৱা হৈছে। এই বস্তু-সম্ভাৰৰ মাজত এখন মঞ্চ-বুৰঞ্জীৰ সম্পদৰাশি লুকাই আছে। প্ৰকৃততে মস্কো আৰ্ট থিয়েটৰক পৃথিৱীৰ কেইটামান ঐতিহ্যশালী মঞ্চ অনুষ্ঠান, যেনে ইংলণ্ডৰ অল্ড ভিক্, ফ্ৰান্সৰ কমেডী ফ্ৰাঁন্সে, আয়াৰলেণ্ডৰ এবে থিয়েটৰ ইত্যাদিৰ লগত একে শাৰীতে থব পাৰি।

মস্কোৰ অৰণ্যে এটাইতকৈ জাকত-জিলিকা মঞ্চ ঘৰটো হৈছে বলছয় থিয়েটৰ। নতুন পৰিস্থিতিত ইয়াৰ প্ৰাদুৰ্ভাব ক্ৰমাৎ বাঢ়ি আহিছে। এই মঞ্চ ঘৰটো ব'ভ্ আৰু মিকাইলভ্ বোলা দুজন শিল্পীয়ে আগবঢ়োৱা আহি অনুসৰি ১৮২৪ চনত নিৰ্ম্মাণ কৰা হৈছিল। এই মঞ্চটোৰ ঘাই আদৰ্শ হৈছে প্ৰাচীন ৰুছীয় ক্লাছিকেল অ'পেৰা আৰু বেলে-নৃত্য জীয়াই ৰখা। লগতে ক্লাছিকেল সঙ্গীত জীয়াই ৰখা। এই পিনৰ পৰা ইয়াৰ আদৰ্শ অতি নৈষ্ঠিক। এনে ধৰণৰ প্ৰচেষ্টাৰ জৰিয়তেই ই এই ক্ষেত্ৰত,—অৰ্থাৎ ক্লাছিকেল নৃত্য আৰু সঙ্গীতৰ ক্ষেত্ৰত ভালেমান বাছকবনীয়া শিল্পীৰ জন্ম দিছে।

পোন্ধৰ আগষ্ট স্বাধীনতা দিবসৰ দিনা আমি মস্কোত আছিলোঁ। সেই দিনা আমাৰ স্বাধীনতা উৎসৱৰ উপলক্ষে মস্কোস্থিত ভাৰতীয় ৰাষ্ট্ৰ-দূতাবাসত এজনী লাহী ৰাছিয়ান গাভৰুৱে ভাৰত-নাট্যম নাচিছিল। তেওঁ আমাৰ দক্ষিণ ভাৰতত ছ মাহ কাল থাকি ভাৰতনাট্যম নৃত্য শিকি আহিছে। তেওঁ বলছয় থিয়েটৰৰ নৃত্য-শিল্পী। এওঁৰ পৰাই জানিলোঁ,—তেওঁৰ দৰেই বলছয় ৰঙ্গমঞ্চৰ সৰ্ব্বমুঠ আঢ়ৈ শ গৰাকী নৃত্য-শিল্পী আছে। সেই দৰে এই অনুষ্ঠানটোৰ সঙ্গীতজ্ঞও আঢ়ৈ শ গৰাকী আছে। এওঁলোক হৈছে অৰ্কেষ্ট্ৰাবাদক। পুনৰ আমাৰ ৰাষ্ট্ৰ-দূত মেননৰ লগত দুপৰীয়া আহাৰৰ টেবুলত এই বিষয়ে কথা

পাতিছিলোঁ। তেওঁ কৈছিল: "বেলে-নৃত্যৰ ক্ষেত্ৰত এওঁলোকে অভূতপূৰ্ব্ব ভাবে যত্ন লয়। বেলে-নৃত্য শিকা টান। বহুতে শিকিবলৈ লৈ মাজতে এৰি দিব লগীয়াও হয়। এনে উদাহৰণ অলেখ আছে।"

বলছয় ৰঙ্গমঞ্চত কেৱল ক্লাছিকেল সঙ্গীত আৰু নৃত্যই অনুষ্ঠিত হয় নে নতুন ফৰ্ম্ম, নৃত্য-পদ্ধতিৰো পৰীক্ষামূলক ব্যৱস্থা এওঁলোকে কৰে জানিবলৈ ইচ্ছা হৈছিল। এই বিষয়েও আমাৰ ৰাষ্ট্ৰদূতক সুধিছিলোঁ। তেওঁৰ মতে: বলছয় মঞ্চই নিজে কোনো নতুন ফৰ্ম্মৰ পৰীক্ষা নকৰে। নতুন ফৰ্ম্মৰ পৰীক্ষা প্ৰায়েই আঞ্চলিক মঞ্চবোৰত হয়। সেই বুলি উপযুক্ততা অৰ্জ্জন কৰিব পৰা নতুন ফৰ্ম্মৰ যদি এনেবোৰ মঞ্চৰ জৰিয়তে উদ্ভৱ হয়, তেন্তে বলছয় মঞ্চই তাক গ্ৰহণ কৰাত আপত্তি নকৰে।

বৰ্ত্তমান যুগৰ ৰঙ্গমঞ্চবোৰ হৈছে বিজুলী চাকি আৰু যান্ত্ৰিক ব্যৱস্থাৰ বস্তু। নাটকীয় এফেক্ট সম্পূৰ্ণ কৰি তুলিবলৈ হলে এইবোৰৰ প্ৰয়োজনীয়তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। বলছয়ৰো বিজুলী আৰু যন্ত্ৰ বিভাগৰ সংগঠন জটিল। ইয়াৰ উপৰিও মঞ্চটোৰ নিজা প্ৰায় চাৰিবছৰখন দোকান আছে। এইবোৰত বেলে-নৃত্যৰ বাবে বিবিধ জোতা, বিশেষ সাজপাৰ, ভাৱৰীয়াৰ যাৱতীয় সামগ্ৰী কিনিবলৈ পোৱা যায়। এই দোকানবোৰত সৰ্ব্বমুঠ পাঁচ শ মানুহে কাম কৰে। এটাইতকৈ ডাঙৰ কথা হৈছে ইয়াৰ এখন নিজা বাতৰি কাকত আছে। এই কাগজখন সম্পূৰ্ণৰূপে বলছয় মঞ্চই পৰিচালনা কৰে। কাগজখনৰ নাম "ছোভিয়েটস্কি আৰ্টিষ্ট"। মঞ্চৰ নিজা ছপাশালত কাগজখন ছপা হয়। এই ছপাশালতে মঞ্চৰ বাবে প্ৰয়োজনীয় যাৱতীয় কাগজ, পোষ্টাৰ, প্ৰগ্ৰেম, চিঠিপত্ৰ ইত্যাদি সকলো বস্তু ছপা হয়।

বলছয় মঞ্চটো পাঁচ তৰপীয়া। ইয়াত সৰ্ব্বমুঠ দহ হেজাৰ দৰ্শক বহিব পাৰে। মনতে 'এই মঞ্চটো আৰু নিউয়ৰ্কত দেখি অহা ৰেডিও' চিটি বোলা মঞ্চটো বিজাই চাইছিলোঁ। দুয়োটা বৃহৎ। দুয়োটা সমৃদ্ধিশালী। প্ৰথমটোৰ জৰিয়তে যেনেকৈ এটা সাংস্কৃতিক ঐতিহ্য

সঞ্জীৱিত হৈ উঠিছে, সেইদৰে আনটোৰ জৰিয়তে হোৱা নাই। এটা মঞ্চহে। আনটো অনুষ্ঠান। বলছয় মঞ্চটো অডিটেৰিয়ামটোৰ সমানেই ডাঙৰ। ই স্বাভাৱিক কথা। মঞ্চ যিমানেই ডাঙৰ হয় সিমানেই অভিনয়ৰ বাস্তৱতা ৰূপায়িত কৰিবলৈ সহজ হৈ পৰে। আনকি নাটকীয় ইলিউশ্যন তৈয়াৰ কৰিবলৈকো সহজ হৈ পৰে। ই বাস্তৱতাৰ ছবি অধিক স্পষ্ট ভাবে ৰূপায়িত কৰে।

বলছয় থিয়েটৰৰ কাষতে "মালী থিয়েটৰ" নামেৰে আন এটা ঐতিহ্যপূৰ্ণ মঞ্চ অনুষ্ঠান আছে। ইয়াৰ জন্ম ১৮২৪ চনত। কেৱল ক্লাছিকেল নৃত্য বা অভিনয়েই নহয়, আধুনিক প্ৰগতিশীল অভিনয় বুৰঞ্জীৰ পিনৰ পৰাও ইয়াৰ অবদান বাছকবনীয়া। কেৱল গ'গ'ল, অষ্ট্ৰভস্কী, টুৰগেনিভ্, টলষ্টয় আদি প্ৰাচীন শিল্পী-সাহিত্যিকৰে সৃষ্টি-বস্তুকেই যে ই নাটকীয় ৰূপ দিছে এনে নহয়, আধুনিক প্ৰগতিশীল, স্থানীয় আৰু বিদেশী,—দুয়ো বিধ সৃষ্টি-বস্তুকেই ই ৰূপ দিছে। এই পিনৰ পৰাই মালী থিয়েটৰৰ সাৰ্থকতা। মস্কোৰ আলোচনী এখনত ইয়াৰ বিষয়ে এনেদৰে পঢ়িছিলোঁ:

> "Together with Moscow University it plays a major outstanding role in the history of the intellectual development of Russian society, and the future historian of the Maly Theatre will doubtlessly testify that it fulfilled its mission irreproachably."

ইয়াৰ ওচৰতে এটা লৰা-ছোৱালীৰ কাৰণেও ৰঙ্গমঞ্চ আছে। এই স্কোয়াৰটো আগুৰি কেউপিনে মাথোন ৰঙ্গমঞ্চ। ডাঙৰ ৰঙ্গমঞ্চ। সৰুৰ ৰঙ্গমঞ্চ। ইয়াৰে মালী ৰঙ্গমঞ্চৰ মৰ্য্যাদা মস্কো বিশ্ব-বিদ্যালয়ৰ সমপৰ্য্যায়ৰ।

ছোভিয়েট জন-সাধাৰণৰ সংস্কৃতি-সচেতনতা মন কৰিব লগীয়া। ইয়াৰ সংস্কৃতি-সম্পদৰাশিৰ ভিতৰত বেলে-নৃত্য আৰু পাপেট্ শ্ব'ই আমাক ৰবকৈ মুহিছিল। বেলে-নৃত্যৰ কাৰণে অপৰিহাৰ্য্য বস্তু,—

ৰঙ্গমঞ্চ সজ্জা, দৃশ্য-পট সজ্জা মন-আকৰ্ষক কলা-কৌশলৰ সহায়েৰে অনুষ্ঠিত কৰা হয়। প্ৰথম দিনা আমি "আয়াদ্ৰোনে" বোলা এখন বেলে-নৃত্য চাইছিলোঁ। ইয়াৰ বিষয়-বস্তু পুৰণি। প্ৰাচীন যুদ্ধ-বিগ্ৰহৰ কথা আছে। ৰাজদুহিতাৰ প্ৰণয়-কাহিনী আছে। ইয়াকে কেন্দ্ৰ কৰি মনোৰম নৃত্য-পৰিবেশৰ সৃষ্টি হৈছে। প্ৰণয়সিক্ত অঁৰিয়া-অঁৰিৰ মন-কোমল অভিব্যক্তি আছে। এই সকলোবোৰ অনুৰাগ-অনুভূতি নৃত্যৰ মাজেদি লাহী গাভৰুহঁতে সুঠাম ডেকাহঁতৰ লগত পখিলা উৰা দি ঘূৰি এনে সুন্দৰকৈ ফুটাই তুলিছিল যে চালেই কাহিনীটো স্পষ্ট হৈ পৰে। নৃত্যৰ স্পৰ্শত কাহিনীৰ সকলো জটিলতা হেৰাই যায়। তাহানি বিদেশলৈ যাওঁতে ইটালীয়ান বেলে-নৃত্য "গ্ৰীছেল্ডা" চাইছিলোঁ। "গ্ৰীছেল্ডা" অধিক কাৱ্যিক আৰু ৰোমাণ্টিক। পৰিবেশ কোমল। "আয়াদ্ৰোনে" নহয়। ই অধিক পৃথিৱীকেন্দ্ৰী। ইয়াৰ মাদকতা স্বকীয়া। আঁৰৰ সঙ্গীতে গোটেই নৃত্যটোক তুলি ধৰিছিল। ক'ছাক্ সঙ্গীতৰ সমলয়ী সুৰে মনৰ পৰ্দ্দা কঁপাই তুলিছিল। আমি এখন সুৰৰ পৃথিৱীত বিচৰণ কৰিছিলোঁ। ইয়াৰ, বিশেষকৈ বলছয় আদি মঞ্চ-অনুষ্ঠান সমূহৰ ক্লাছিকেল,—কেৱল দেশীয়ই নহয়, আনকি ইউৰোপীয় মজ্জাৰ্ট, ৱেগনাৰ আদি সঙ্গীত-শিল্পী সকলৰ প্ৰতি অনুৰাগে মোৰ মনলৈ এটা কথা বাৰে বাৰে আনিছিল। সেইটো হৈছে পুৰণি বস্তুৰ প্ৰতি এওঁলোকৰ সহজাত আকৰ্ষণৰ কথা। লগতে মনত পৰিছিল,—ক'তা আমাৰ কিছুমান প্ৰগতিবাদীয়ে দেখোন শঙ্কৰী নৃত্য, ভাওনা আদিৰ কথা শুনিলেই জাপ মাৰি উঠে। "এইটো হবই নোৱাৰে। এইটো ৰিভাইভেলিজিম্, অতীতৰ পুনৰাবৃত্তি। বুৰ্জ্জোৱা মেণ্টেলিটি, মধ্যবিত্ত মনোভাব।" আনহাতে ইয়াত যেতিয়া প্ৰাচীন নৃত্য, শিল্প-কলা ইত্যাদিৰ প্ৰতি এনে ধৰণৰ অভূতপূৰ্ব্ব আগ্ৰহ, অনুৰাগ দেখোঁ, তেতিয়া আচৰিত হৈ যাওঁ। আমাৰ বোৰ নিশ্চয় উৎকট প্ৰগতিবাদী,— নহলে এনেদৰে আচৰিত হব লগা কিটো আছে। নৱ পুৰণি উভয়কে লৈহে এটা জাতিৰ ঐতিহ্য ৰচনা হয়।

কেৱল নৃত্য বা শিল্প-কলাৰ ক্ষেত্ৰতে নহয়, আনকি চিত্ৰ-কলাৰ ক্ষেত্ৰতো এওঁলোকৰ উদাৰতা মন কৰিব লগীয়া। আমি মস্কোৰ পৰা লেলিনগ্ৰেড চহৰলৈ গৈছিলোঁ। তাত অৱস্থিত অতীজৰ পিটাৰ দি গ্ৰেটৰ ৰাজপ্ৰাসাদ বৰ্ত্তমান চিত্ৰ-গৃহত পৰিণত হৈছে। বিৰাট অট্টালিকা। পাতল সেউজীয়া ৰঙৰ প্ৰাসাদটো। ইয়াত অসংখ্য ছবি বিধে বিধে সজাই থোৱা হৈছে। এটাইবোৰ প্ৰাচীন খ্যাতিসম্পন্ন ইউৰোপীয় চিত্ৰ-শিল্পীৰ ছবি। অকল ৰুবেন্সৰে ৪৬ খন ছবি আছে। সেইদৰে ভ্যান্ দায়েকৰ ২৭ খন। ইয়াৰ উপৰিও আন খ্যাতনামা ইউৰোপীয় শিল্পী—ক্লড ম'নে (১৮৪৯-১৯২৬), পিছাৰো (১৮৩০-১৯০৫), ৰেঁনইৰ (১৮৪১-১৯১৯), এড্গাৰ্ ডেগাছ্ (১৮৩৬-১৯১৭), প'ল্ ছিঁজে (১৮৩৯-১৯০৬), গ'গাঁ (১৮৪৬-১৯০৩) ইত্যাদি শিল্পী সকলৰ অলেখ তৈল-চিত্ৰ দেখিবলৈ পাইছিলোঁ। গ'গাঁৰ ছবিবোৰ চাই যাওঁতে এখন ছবিলৈ মোৰ বাৰে পতি মনত পৰিছিল। সেইখন হৈছে "আম আৰু অগ্নিশিখা" বোলা ছবি এখনৰ কথা। দুজনী উদং বুকুৰ ছোৱালী। হাঁতত কিছুমান ৰঙা ফুল। বৰ বিখ্যাত ছবি। সিবাৰ নিউয়ৰ্কত নে পেৰিছৰ লুভ্ৰত এইখন ছবি দেখা মনত আছে। ইয়াৰ বাহিৰেও "মেড'না আৰু শিশু" ছবিখনৰ বহুত প্ৰচেষ্টামূলক প্ৰতিকৃতি আছে। এইটো থিম, বিষয়-বস্তু লৈ লিয়নাৰ্ড' ভিন্সিৰ বাহিৰেও বহুত শিল্পীয়ে ছবি আঁকিছিল। অৱশেষতহে পৃথিৱীত এখন ছবি "মেড'না এণ্ড চাইল্ড" সম্ভৱপৰ হৈছিল। বহু প্ৰচেষ্টা, বহু যত্নৰ মূৰত।

পেৰিছত লুভ্ৰ (Louvre) চিত্ৰ-ঘৰ দেখাৰ পিচত পৃথিৱীৰ আন কোনো চিত্ৰ-ঘৰেই মানুহৰ মন সহজতে মুগ্ধ কৰিব নোৱাৰে। ইয়াত ইউছুফ্ মেহেৰ আলিৰ ভাষাতে : "breath forgets to breathe." মানুহৰ নিশ্বাস বন্ধ হৈ যায়। বুজোঁ। তথাপি লেনিনগ্ৰেডৰ চিত্ৰ-ঘৰৰ এটা কথাই মন আকৰ্ষণ নকৰাকৈ নাছিল। সেইটো হৈছে ইয়াৰ মানুহৰ পুৰণিৰ প্ৰীতি,—দেশী-বিদেশী সকলো বস্তুৰ প্ৰতি প্ৰীতি। এটা

কোঠাত আমাৰ চিত্ৰ-শিল্পী বৰদা উকীলৰ ছবিৰ বাহিৰেও আৰু দুখন ছবি দেখিছিলোঁ। এখন ৰবীন্দ্ৰনাথৰ। আনখন অৱনীন্দ্ৰনাথৰ।

"তব সুৰ বাজে মোৰ গানে,
কৱিৰ অন্তৰে তুমি কবি,
নও ছবি, নও ছবি, নও শুধু ছবি।"

ইয়াৰ উপৰিও নেহৰুৱে ৰুছিয়া ভ্ৰমণৰ সময়ত উপহাৰ দিয়া কেইটামান হাতীৰ দাঁতৰ বিচিত্ৰ কাৰুকাৰ্য্যপূৰ্ণ বস্তুও দেখিছিলোঁ।

লেনিনগ্ৰেডৰ পৰা উলটি আহি মস্কোৰ এটা আধুনিক চিত্ৰ-শিল্পৰ কলা-ঘৰ চাবলৈকো গৈছিলোঁ। ইয়াত থকা প্ৰায়বোৰ ছবিয়েই হৈছে নতুন ৰাজনৈতিক আদৰ্শৰ প্ৰকাশ-প্ৰচেষ্টা। বস্তুবোৰ আকাৰত ডাঙৰ। ৰং বৰ কেনভাছত আঁকা। এই ছবিবোৰ দেখি আধুনিক ছোভিয়েট কলা-পদ্ধতিৰ বিষয়ে চিত্ৰ-কলা সমালোচক গুজৰালে কৰা মন্তব্য এফাকিলৈ মনত পৰিছিল ঃ

> "The artist is free to look at anything. The Soviet artists seem to be looking at nothing: they do not see their subject at all, they only reflect a slogan about that subject."

এই কথাষাৰৰ প্ৰমাণ যিমানেই মস্কো আৰু লেনিনগ্ৰেডৰ ন-পুৰণি ছবিবোৰ বিচাৰি চাইছিলোঁ, সিমানেই ফৰিংফুটা হৈ পৰিছিল।

দূৰৈৰ পৰা আকাশৰ পটভূমিত আউজি থকা মস্কো বিশ্ব-বিদ্যালয়টো এজনী "ব্ৰেছেড্ ডেম'জেল" যেন লাগে। লেনিন হিলছ্ বোলা পৰ্ব্বত এটাত বিশ্ব-বিদ্যালয়টো সজা হৈছে। ইয়াৰ কাম ১৯৪৮ চনত আৰম্ভ কৰি ১৯৫৩ চনত শেষ কৰা হৈছে। গোটেই পৰিবেশটোৱেই অতি মনোৰম। পাহাৰৰ ওপৰত বিশ্ব-বিদ্যালয়টো। পাহাৰৰ দাঁতিয়েদি বৈ গৈছে এঁকাবেঁকাকৈ সাপৰ বেগেৰে মস্কো নৈখন। দুয়োপাৰ শিলেৰে বন্ধোৱা। পৰ্ব্বতৰ ওপৰৰ পৰা দাঁতিৰ শিলেৰে বন্ধোৱা ৰেলিং খনৰ গাত আউজি 'সুৰধাৰা' মস্কো নৈ খন চাবলৈ বৰ ভাল লাগে।

নৈ আৰু পৰ্ব্বত,—এই দুয়োটা বস্তুৱেই মনোৰম। নৈৰ ওপৰেদি যেতিয়া পাখি কোবাই "দূৰণিৰ পখীজাক উৰি যায় দিগন্তত, মাতি যায় আকুল সুৰত",—তেতিয়া গোটেই দৃশ্যপটটোৱেই ছবি যেন লাগে। তেতিয়া সন্ধিয়া।

বিশ্ব-বিদ্যালয়টো আগুৰি সেউজীয়া ঘাঁহনি,—গছ-লতা, নানা ৰঙৰ ফুলৰ পয়োভৰ। ইয়াক আগুৰি সক বৰ সৰ্ব্বমুঠ পঞ্চাছ হেজাৰ গছ আছে। পাঁচ লাখ জোপোহা আছে। দহ লাখ নানা তৰহৰ দেশী বিদেশী ফুল আছে। বতৰ মৰে। ফুল কিন্তু নমৰে,—"no hungry generations tread thee down." ইবিধৰ পিছত সিবিধ ফুলিয়েই থাকে। কেতিয়াবা পয়োভৰ কমে। কেতিয়াবা বাঢ়ে। কিন্তু ফুল ফুল হৈয়েই থাকে। লানি নিছিগা ফুল। আমাৰ ভ্ৰমণৰ সময়ত বিশ্ব-বিদ্যালয় বন্ধ। দুৱাৰ-খিড়ৌকিবোৰ কিন্তু খোলা হৈয়েই আছে। লৰা-ছোৱালীবোৰ নাই। বাহিৰৰ পৃথিৱীখন ফুলৰ মাজত নিতাল মাৰি শুই আছে, যেনিবা জোনাক নিশাৰ নিদ্ৰামগ্না এগৰাকী গাভৰুহে। টি, এছ, ইলিয়টলৈ মনত পৰিছিল :

> "The stillness, as a Chinese jar still
> Moves perpetually in its stillness."

সন্ধিয়াৰ ছাঁ গভীৰ হৈ অহাৰ লগে লগে আন ঠাইলৈ যাবলৈ বুলি উলটি আহিলোঁ। পিছদিনা পুৱাই আকৌ আহিছিলোঁ। এটা গা-মন জুৰ পেলোৱা কোমল ৰাতিপুৱা। বিশ্ব-বিদ্যালয়ৰ ভিতৰ সোমাই সকলোবোৰ বস্তু তন্নতন্নকৈ চাইছিলোঁ। লগত লিলি আছিল। তাইৰ সান্নিধ্যই কোমল পুৱাটো আৰু কোমল কৰি তুলিছিল। বিশ্ব-বিদ্যালয়ৰ কাষতে এটা কৃত্ৰিম হ্ৰদ আছে। পানীবোৰ নীলা। ইয়াৰ কেউকাষে খ্যাতনামা ভেৰজন বাছিয়ান বৈজ্ঞানিকৰ গ্ৰেনাইট শিলেৰে সজা একোটা বাষ্টও আছে। পেপ'লভ, লম'ন'ছ'ভ, মিছুৰীন, হাৰজেন ইত্যাদি।

বিশ্ব-বিদ্যালয়ৰ ঘৰটো স্তৰে স্তৰে ওপৰলৈ উধাই যোৱা একেটা

মাথোন গাথনি। পোনতে দুটা,—তাৰ পিছত তিনি, ছয়, ন, বাৰ, ওঠৰ। এইদৰে যাই বত্রিশ মহলীয়া ঘৰটোৰ কেউকাষে স্তৰবোৰ গঢ়ি উঠিছে। অট্টালিকাটোৰ সোঁ মাজতে এটা ওখ গম্বুজ, স্পায়াৰ। গোটেই ঘৰটো ওখই প্রায় ৭৫০ ফুট। আমি মুঠ সাতাইশ মহললৈকে উঠিছিলোঁ। ওপৰত বেলকনিৰ পৰা দূৰৈৰ মস্কো চহৰখন চাই পঠিয়াইছিলোঁ। ফ্রেমত বান্ধি থোৱা ছবি যেন লাগিছিল। ঘৰটোৰ ভিতৰখন মূর্ত্তি, চিত্র আৰু নানাবিধ কাৰুকার্য্যপূর্ণ চেণ্ডেলিয়ার্ছেৰে ধুনীয়াকৈ সজোৱা। ইয়াৰ লগতে শিক্ষক থাকিবলৈ ১৮৪ টা আৰু ছাত্রৰ কাৰণে ৫,৭৫৪ টা ছাত্র-নিবাসৰ কোঠা আছে। ছাত্র-নিবাসৰ কোঠাবোৰ সৰু অথচ সুন্দৰ, আৰামী।

ইয়াৰ পিছত বিশ্ব-বিদ্যালয়ৰ চেণ্ট্রেল হলটো আৰু লাইব্রেৰী সোমাই চাইছিলোঁ। ইয়াত পঢ়িবৰ কাৰণে ৩৩ টা বেচ ডাঙৰ কোঠা আছে। গোটেই ঘৰটো অসংখ্য সোণোৱালী ব্রকেড্, স্তম্ভ আৰু ৰঙা মজেইকেৰে পৰিপূর্ণ। লগতে এটা ছাত্র-ছাত্রীৰ কাৰণে ৰঙ্গমঞ্চও আছে। ভিতৰখন এন্ধাৰ। এটা দুশ বিজুলী বাল্বৰ চেণ্ডেলিয়াৰেৰে উদ্‌ভাসিত কৰা বস্তুটো চাই যাওঁতে মোৰ টি, এছ, ইলিয়টলৈ মনত পৰিছিল ঃ

"I was neither
Living nor dead,
and I know nothing.
Looking into the heart
of light, the silence."

(ইয়াৰ উপৰিও বিশ্ব-বিদ্যালয়ৰ যাই ঘৰটোৰ ভিতৰতে খেলৰ পথাৰ, সাতোঁৰা পুখুৰী, আস্পটাল, লাউঞ্জ আদিও আছে। সাতোঁৰা পুখুৰীটো গোটেই ছোভিয়েট ইউনিয়নৰ ভিতৰতে এটা লেখত লব লগীয়া ডাঙৰ পুখুৰী।) কেৱল বাহিৰা সাজ-সৰঞ্জামৰ পিনৰ পৰাই নহয়, শিক্ষাৰ যাৱতীয় আহিলা-পাতিৰ পিনৰ পৰাও

অনুষ্ঠানটো সমৃদ্ধিশালী। উদাহৰণ স্বৰূপে গৱেষণা আদিৰ কাৰণে ইয়াৰ বায়'লজি আৰু ছইল বিভাগৰ নিজা উদ্যান আছে। এনেবোৰ উদ্যান দেশ-বিদেশৰ উদ্ভিদেৰে ঠাহ খাই আছে। হেজাৰ বিজাৰ গছ-গছনি, লতা-লতিকা। ইয়াৰ ভিতৰতে "আল্পস" নাম দি এটা কৃত্ৰিম পৰ্ব্বতো সজা হৈছে, পৰ্ব্বতীয়া উদ্ভিদৰ কাৰণে।

মস্কো বিশ্ব-বিদ্যালয়ত বৰ্ত্তমান বাৰটা ফেকাল্টি বা বিভাগ আছে। ইয়াৰ ভিতৰত বিজ্ঞান সম্বন্ধীয় বিভাগ সমূহৰ প্ৰাধান্য সৰহ। আনতকৈ বৈজ্ঞানিকসকলে দৰমহাও সৰহকৈ পায়। ৰাষ্ট্ৰৰ চকুত তেওঁলোকৰ মৰ্য্যাদাও সৰহ। দেশ-ৰক্ষা আৰু নিৰাপত্তাৰ ক্ষেত্ৰত বিজ্ঞানৰ মূল্য অধিক,—গতিকেই ইয়াত প্ৰচুৰ পৰিমাণে বিজ্ঞানৰ উৎকৰ্ষ-সাধন দেখিবলৈ পোৱা যায়। থুলমূলকৈ কবলৈ গলে ছোভিয়েট ৰুছিয়াৰ সমগ্ৰ চেতনা আত্ম-ৰক্ষাৰ মনস্তত্ত্বৰে ভাৰাক্ৰান্ত। ইয়াৰো মনস্তাত্ত্বিক কাৰণ নোহোৱা নহয়। মস্কো বিশ্ব-বিদ্যালয়ৰ ছাত্ৰ-সংখ্যা মুঠ ওঠৰ হেজাৰ। ছোভিয়েট ৰুছিয়াৰ মুঠ উনষাঠিটা উপজাতিৰ ছাত্ৰ-ছাত্ৰী এই অনুষ্ঠানটোত আছে। ইয়াৰ বাহিৰেও ভালেমান বিদেশী ছাত্ৰও আছে। অধ্যাপক, বৈজ্ঞানিক আৰু বিশ্ব-বিদ্যালয়ৰ সাধাৰণ তৰপৰ শিক্ষক,—ইয়াৰ সৰ্ব্বমুঠ সংখ্যা হৈছে দুহেজাৰ।

মস্কো বিশ্ব-বিদ্যালয় ১৭৫৫ চনত স্থাপিত হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক জনৰ নাম মাইকেল ভেছিলিভিছ ল'ম'ন'ছ'ভ্। এওঁ বৈজ্ঞানিক আছিল। লগতে কবিও আছিল। বাহিৰৰ পথাৰত এওঁৰ এটা বিৰাট মূৰ্ত্তি আছে। এই লেনিন হিলছত অৱস্থিত বিশ্ব-বিদ্যালয়টো দৰাচলতে পুৰণি অনুষ্ঠানৰ নতুন ঘৰহে। বিশ্ব-বিদ্যালয়ৰ পৰা সৰহ দূৰ নহয়—এই ঠাইতে, লেনিন হিলছতে, ম'ছ-ফিল্মৰ ষ্টুডিঅ'টোও আছে। বস্তুটো সৰু। ই বৰ্ত্তমান ফিল্মৰ বাঢ়ি অহা দাবী পূৰণ কৰিব পৰা নাই। গতিকে কাষতে "বুলছয় ম'ছ-ফিল্ম" নামেৰে আন এটা অনুষ্ঠান দোপত দোপে বাঢ়ি আহিছে।

ছোভিয়েট ইউনিয়নত শিক্ষাৰ সুবিধা এহাতে যেনেকৈ সকলোৰে

কাৰণে মুকলি, সেইদৰে কলেজ আৰু বিশ্ব-বিদ্যালয়ৰ পৰ্য্যায়ৰ উচ্চ শিক্ষা সকলোৰে কাৰণে মুকলি নহয়। শিক্ষা ব্যৱস্থাক সামাজিক ব্যৱস্থাৰ দাবী অনুসৰি ইয়াত গঢ়ি তোলা হৈছে। যি পৰিমাণে বছৰি কাৰিকৰ, চিকিৎসক, ইঞ্জিনিয়াৰ আদিৰ সামাজিক দৃষ্টিকোণৰ পৰা প্ৰয়োজন, সেই পৰিমাণে মাধ্যমিক শিক্ষা সমাপ্তিৰ পিছত ছাত্ৰ-ছাত্ৰীক বিধে বিধে ভগাই দিয়া হয়। লগতে মাধ্যমিক স্তৰতে ছাত্ৰ-ছাত্ৰীৰ মন কোন ফালে ঢাল খাইছে বা খোৱাটো স্বাভাৱিক তাৰো হিছাপ ৰখা হয়। ইয়াৰ পিছতহে উচ্চ শিক্ষাৰ কাৰণে ছাত্ৰ-ছাত্ৰী বিতৰণ কৰা হয়। কিছুমান মাধ্যমিক শিক্ষা অনুষ্ঠানত "ৱৰ্কছ্ ফেকাল্টি" নামেৰে স্বকীয়া পাঠ্য-বিভাগো আছে। এনেবোৰ পাঠ্য-পুথিৰ জৰিয়তে শ্ৰমিকৰ কামৰ কাৰণে অনুৰাগ থকাঁকৈ সকলক প্ৰস্তুত কৰা হয়। ইয়াৰ মাধ্যমিক স্কুল সমূহত ছাত্ৰতকৈ ছাত্ৰীৰ সংখ্যা সৰহ। শতকৰা বাৱন্ন ভাগ ছাত্ৰী। যিখন দেশত পুৰুষতকৈ মহিলাৰ সংখ্যা সৰহ, সেইখন দেশত এনে হোৱাটো স্বাভাৱিক। বিশ্ব-বিদ্যালয়ৰ স্নাতকোত্তৰ মহলাত কমিউনিষ্ট পাৰ্টিৰ বুৰঞ্জীও পঢ়োৱা হয়। এই বিষয়তো উপাধি লব পাৰি।

(ব্ৰহ্মদেশত পঢ়াশালিৰ ক-মান শ্ৰেণীৰ পৰা আৰম্ভ কৰি বিশ্ব-বিদ্যালয়ৰ শেষ মহলালৈকে ছাত্ৰ-ছাত্ৰীৰ কাৰণে বিনা মাচুলেৰে পঢ়াৰ ব্যৱস্থা আছে।) ছোভিয়েট ইউনিয়নৰ কিছুমান মহলাত আছে, কিছুমান মহলাত নাই। বিশ্ব-বিদ্যালয় বা ইনষ্টিটিউট বা কলেজবোৰত বিনা মাচুলেৰে পঢ়াৰ ব্যৱস্থা নাই যদিও বৃত্তিৰ যথেষ্ট ব্যৱস্থা আছে। উচ্চ শিক্ষাৰ কাৰণে বাছনিত ছাত্ৰ-ছাত্ৰী সকলক তুলি নিয়া হয় গতিকে প্ৰায়বোৰ মেধাবী ছাত্ৰ-ছাত্ৰীয়ে এনেবোৰ অনুষ্ঠানত ঠাই পোৱাটো স্বাভাৱিক। এই ক্ষেত্ৰত বৃত্তিৰো কেইবাটা স্তৰ আছে। অতি মেধাবীজনে যি অনুপাতে বৃত্তিৰ ধন পায়, সেই অনুপাতে তাতোকৈ কম মেধাসম্পন্ন জনে নেপায়। তেওঁ স্বাভাৱিকতে কিছু কম পায়। বাছনিত উঠিলেও বৰ্ত্তমান শিক্ষাৰ প্ৰসাৰতা বঢ়াৰ লগে

লগে উচ্চ শিক্ষাৰ অনুষ্ঠানবোৰত স্থান পোৱা কিছু টান হৈ আহিছে। এইখিনিতে এজন শ্রমিকে গুপুতভে কোৱা কথা এষাৰ মনত পৰিছে: "আমাৰ কাৰণে বৰ আহুকাল। ডাঙৰ মানুহে গাড়ীত উঠি গৈ কলেজৰ অধ্যক্ষক কয়,—লৰা বা ছোৱালীৰ কাৰণে ছিট হৈ যায়। আমাৰ এইখিনিতেই লেঠা।" ইয়াতে এটা প্রশ্ন হয়: "ছোভিয়েট ৰুছিয়াত জানো ডাঙৰ মানুহ আছে?" নেথাকিব কেলৈ? এজনে যদি আনজনতকৈ মাহে চল্লিছ গুণ অধিক দৰমহা পায়,—তেন্তে সৰু বৰৰ বিচাৰ নহব কেলৈ? ৰুছিয়াৰ বন্ধুৱা আৰু বৈজ্ঞানিকৰ মাজৰ দৰমহাৰ পাৰ্থক্য এক আৰু চল্লিছ। এই দৰমহাৰ পাৰ্থক্য আজি যুগ'শ্লেভিয়া নাইবা চুইজাৰলেণ্ডত যেনেকৈ প্রায় নির্ম্মূল কৰা হৈছে,—তেনেকৈ ৰুছিয়াত সম্ভৱ হোৱা নাই। গতিকে ডাঙৰ মানুহ থকাটো একো আচৰিত কথা নহয়। পৃথিৱীৰ সকলো দেশতে আছে। ৰুছিয়াতো আছে।

মস্কো আৰু লেনিনগ্রেড,—দুয়োখন চহৰ থৰচি মাৰি চাইছিলোঁ। লগতে ওচৰৰ দুই এখন গাৱঁলৈকো গৈছিলোঁ। যুক্তৰাষ্ট্রত গাওঁ আৰু চহৰৰ কোনো পাৰ্থক্য নাই। ৰুছিয়াত আছে। ইংলণ্ডতো আছে। সেই বুলি ৰুছিয়া আৰু ইংলণ্ডৰ গাওঁবোৰ একেটা সাঁচৰে বস্তু নহয়।

(ছোভিয়েট ৰুছিয়াত এটা কথা মোৰ চকুত বৰকৈ পৰিছিল। সেইটো হৈছে মানুহৰ কিতাপ পঢ়াৰ প্রতি আগ্রহ। টেক্সী-ড্রাইভাৰক দেখিছোঁ,—তাৰ যাত্রী নাই, বহি আছে। কিন্তু হাতত এখন কিতাপ লৈ পঢ়ি আছে। হোটেল আৰু দোকানত কাম কৰা ছোৱালীবোৰক দেখিছোঁ,—বেচা-কিনাৰ হেঁচা নাই। কিতাপ পঢ়ি আছে। এইটো অৱস্থা যুক্তৰাষ্ট্রতো দেখিছিলোঁ। মানুহে কিতাপ পঢ়ে। আনকি অফিছলৈকো কিতাপ লৈ যায়। গল্প, উপন্যাস, কাহিনী-সাহিত্য ইত্যাদি। ইয়াত, আমাৰ ৰাষ্ট্রদূত মেননে কলে, "মানুহে গধুৰ কিতাপো পঢ়ে।") ইয়াৰ ঘাই কাৰণ হৈছে দেশজুৰি

থকা লাইব্ৰেৰীৰ সুব্যৱস্থা। প্ৰত্যেক অফিছ, ফেক্টৰী, কৃষি-পাম, ক্লাব,—সকলোৰে সৰু-সুৰাকৈ হলেও একোটা লাইব্ৰেৰী আছে। ১৯৫৫ চনৰ হিছাপ মতে গোটেই দেশখনতে সৰ্ব্বমুঠ ১১৯,০০০ পুথি ভঁৰাল আছে। সৰ্ব্বমুঠ পুথিৰ সংখ্যা হৈছে তিনিশ কোটি। ইয়াৰ উপৰিও বাতৰি কাকত আৰু আলোচনী আছেই। ইয়াৰ ঘাই বাতৰি-কাকত দুখন হৈছে "প্ৰভদা" আৰু "ইজভেষ্টিয়া"। ইয়াৰ বাতৰি-কাকত সমূহৰ এটা কথা লক্ষ্য কৰিলোঁ। এইবোৰ আকাৰ আৰু পৃষ্ঠ-সংখ্যাৰ পিনৰ পৰা সৰু,—যুক্তৰাষ্ট্ৰৰ বাতৰি-কাকতৰ দৰে এশ বা চৌষষ্ঠি পৃষ্ঠাৰ বস্তু নহয়। আৰু এটা কথা মন কৰিব লগীয়া হৈছে ইয়াৰ বাতৰি-কাকতবোৰত,—আনকি "প্ৰভদা" আৰু "ইজভেষ্টিয়া"তো আন্তৰ্জ্জাতিক খবৰ প্ৰায় নাই বুলিলেই হয়। স্থানীয় খবৰহে সৰহ। আন্তৰ্জ্জাতিক কিবা খবৰ থাকিলেও সেয়া পোনপটীয়াকৈ অহা জীয়া খবৰ নহয়। কিবা এটা পৰিস্থিতিৰ বিষয়ে ক্ৰুশ্চেভে কি ভাবে তাৰহে বিস্তৃত বিবৃতি। ব্যাখ্যাটো প্ৰকাশ পায় কিন্তু আচল বিবৃতিটো প্ৰকাশ নেপায়। গতিকেই ক্ৰুশ্চেভৰ চকুত ধৰা দিয়া পৃথিৱীখনহে জন-সাধাৰণৰ কাৰণে প্ৰতিবিম্বিত কৰা হয়। এনে পৰিস্থিতিৰ কাৰণেই সম্ভৱতঃ বাহিৰা পৃথিৱীখনৰ চিন্তাধাৰাৰ লগত ইয়াৰ জন-সাধাৰণৰ সম্বন্ধ নাই। কাকতবোৰে চৰকাৰক কেতিয়াও সমালোচনা কৰিব নোৱাৰে,—কোনো কাকতেই। চৰকাৰৰ সকলো কামকে প্ৰত্যেকখন কাকতে সমৰ্থন কৰিব লাগিব ;—নহলে উপায় নাই।

ইয়াত সৰু-বৰ বহুত লাইব্ৰেৰী আছে সঁচা। কিন্তু এটাইতকৈ ডাঙৰটো হৈছে মস্কোত অৱস্থিত "লেনিন ষ্টেট্ পাবলিক লাইব্ৰেৰী"। ই পৃথিৱীৰ ভিতৰতে এটা সৰ্ব্ববৃহৎ লাইব্ৰেৰী। এই পিনৰ পৰা ইয়াৰ বিজনি যুক্তৰাষ্ট্ৰৰ "লাইব্ৰেৰী অৱ্ কংগ্ৰেছ"ৰ লগত দিব পাৰি। ইয়াত ষাঠিটা ভাষাৰ এশ নবৈব লাখ কিতাপ আছে। প্ৰায় তিনিশ পুৰণি হাতে লেখা পুথি আছে। প্ৰাচ্য ভাষাসমূহ যেনে চীনা,

জাপানী, সংস্কৃত, আৰবী ইত্যাদি ভাষাৰো ভালেমান কিতাপ আছে। দিনটোত প্ৰায় পাঁচ হেজাৰ পঢ়ুৱৈ এই লাইব্ৰেৰীটোলৈ আহে।

দিনটো খুব ঘূৰিলোঁ। সন্ধ্যা লিলিক লগত লৈ ওলাই গলোঁ বজাৰলৈ। কিবা কিনো বুলি মস্কোৰ সৰ্ব্ববৃহৎ "গুম" বোলা দোকানখনলৈ। ইয়াত বস্ত্ৰ-বেচোঁতা লৰা-ছোৱালীৰ সংখ্যাই চাৰি হেজাৰ। ছোভিয়েট ইউনিয়নত বস্তুৰ দাম জুই ছাই। কল্পনাকে কৰিব নোৱাৰি। ১৫৫ পৃষ্ঠাৰ সৰু কিতাপ এখনৰ দামেই সাত টকা। এজোৰ ক্ৰিপছোল দিয়া জোতাৰ দামেই তিনিশ সাতাৰম্ন টকা। এযোৰ সাধাৰণ জোতাৰ দাম এশ উনাশী টকা। সেইদিনা একো কিনা নহল। এনেয়ে ফুৰিলোঁহে। উলটি আহিলোঁ। কিনাৰ ভিতৰত লিলিক এথোপা ফুল কিনি দিলোঁ। টি, এছ, ইলিয়টৰ সুৰতে সুৰ মিলাই লিলিয়েও হয়তো কৈছে ঃ

"You gave me the hyacinths first a year ago,
They called me the hyacinth girl."

## ( ৪ )

নিশা শুই থকা ভাগৰুৱা মনটোক আলফুলকৈ জগাই লৈ আকৌ বিহান পুৱাই ওলালোঁ,—যাব লাগে, চাব লাগে, শিকিব লাগে। অকণো জিৰণি নাই। অকণো ভাগৰ নাই। মনৰ তাড়নাত দেহে কেতিয়াবা যন্ত্ৰৰ দৰে কাম কৰে। অকণো খতি নোহোৱাকৈ ই কাম কৰি যায়। নহলে পৃথিৱীত কোনো কামেই সম্ভৱপৰ নহলহেঁতেন। গতিকেই আক্ষেপ কৰিব লগা একো নাছিল। মন-বুদ্ধিয়ে যিখিনি আহাৰ গোটাইছিল,—সেইখিনিয়ে দেহৰ কষ্ট লাঘব কৰাত বহুত-খিনি সহায় কৰিছিল। ভাগৰ লাগিছিল যদিও উপলব্ধি কৰিব পৰা নাছিলোঁ।

"জানোঁ। জীৱনৰ উদ্‌ভ্ৰান্ত ছন্দৰ তালে
উতলা কৰিছে মোক।
জানো মোৰ গতি নাই গতিৰ বাহিৰে।"

এই দিনটো আছিল শিল্প আৰু কৃষি-প্ৰদৰ্শনী চোৱাৰ দিন। এই প্ৰদৰ্শনী-ভূমিতেই ছোভিয়েট ইউনিয়নৰ কৃষি আৰু শিল্প উদ্যোগৰ নিদৰ্শন সমূহ থুপ খাই আছে। প্ৰদৰ্শনীলৈ যোৱা আলিৰ দাঁতিত শাৰী শাৰীকৈ সজোৱা আছে নানা তৰহৰ চিত্ৰ-বিচিত্ৰ পতাকাসমূহ। ছোভিয়েট ইউনিয়নৰ অন্তৰভুক্ত প্ৰত্যেকখন প্ৰদেশৰ একোখন নিজস্ব স্বকীয়া পতাকা আছে। আমাৰ যেনেকৈ ৰাষ্ট্ৰীয় প্ৰতীক সমূহ আছে,—অসমৰ গঁড়, বঙ্গদেশৰ ঢেকিয়াপতীয়া বাঘ ইত্যাদি। যুক্তৰাষ্ট্ৰতো দেখিছিলোঁ,—প্ৰতেকখন অন্তৰভুক্ত ৰাষ্ট্ৰৰে একোখন স্বকীয়া পতাকা আছে। যুক্তৰাষ্ট্ৰ আৰু ছোভিয়েট ইউনিয়ন,—উভয় ক্ষেত্ৰতে এই সকলোবোৰ গোট খাই এখন জাতীয় পতাকাত সন্নিবিষ্ট হৈছে,—

এটা কেন্দ্ৰীয় চৰকাৰৰ ছত্ৰছাঁয়াত। ছোভিয়েট ইউনিয়নত মুঠ পোন্ধৰ খন অন্তৰভুক্ত ৰাষ্ট্ৰ আছে।

ৰাতিপুৱাটো আছিল বৰ মনোৰম। মস্কোৰ বহল বাটবোৰত ৰবি-ৰশ্মি ডোখৰে ডোখৰে বিয়পি পৰিছিল,—কোমল, নিস্তেজ, সোণোৱালী। আকাশখন আছিল নিৰ্ম্মল। স্নিগ্ধ। দেখিলেই মনটো গভীৰ হৈ উঠে। আগদিনা নিশা বৰষুণ হৈছিল। নিশাৰ বৰষুণে এৰি থৈ যোৱা কোমল পাঁপৰিবোৰে পুৱাটো কৰুণ-কোমল কৰি তুলিছিল। গাত এবোজা ভাগৰ। মনটোত এবোজা উলাহ। কিয় বাৰু ইমান ভাল লাগিছে? কিয় বাৰু এনেকৈ

"অজানাৰ সুৰে
চলিয়াছি দূৰ হতে দূৰে,
মেতেছি পথেৰ প্ৰেমে?"

এটা উলাহ-অধীৰ মন লৈ প্ৰদৰ্শনীৰ ভিতৰ সোমালোঁ। আমাৰ কাৰণে হাতত এথোপা ফুল লৈ ছোৱালী এজনী বৈ আছিল। লিলিয়ে কলে: "এয়েঁই আপোনালোকক গোটেই প্ৰদৰ্শনীখন দেখুৱাব। আজি গোটেই দিনটো লাগিব।" এই নৱ-পৰিচিতা ছোৱালীজনী আমাৰ দোভাষিণী। বস্তুবোৰ বুজাই যাওঁতা। তাই, স্পুটনিকতে আৰম্ভ কৰি নেমুটেঙাটোলৈকে, প্ৰদৰ্শিত প্ৰত্যেকটো বস্তুৰ বিষয়ে তন্ন-তন্নকৈ জানে। তৎক্ষণাৎ তাই আমাক আকোঁৱালি ললে, যেন বহুত দিনৰ চিনাকি। লিলিৰ দায়িত্ব নোহোৱা হল। তাই আমাৰ লগে লগে এনেয়ে ঘূৰি ফুৰিবলৈ ধৰিলে। এনেয়ে লাগবান্ধ নোহোৱা ইটো সিটো কথা পাতি। ভীৰেকৰ কবিতা এফাকিলৈ মনত পৰিল:

"Today, the women
come and go
Talking of T. S. Eliot."

মাইকেল এঞ্জেলো নহয়, টি, এছ, ইলিয়টহে। লিলিয়ে অৱশ্যে

মাইকেল এঞ্জেলো বা টি, এছ, ইলিয়ট, কাৰো কথাই পতা নাছিল। প্ৰদৰ্শনীৰ উদ্যানত ফুলি থকা আকাশৰ তৰা যেন ফুলবোৰৰ কথা, মুকুতাৰ মণি সিঁচা ফোৱাৰাবোৰৰ কথা,—এইবোৰেই আছিল তাইৰ লানি নিছিগা কথাৰ বিষয়-বস্তু। আমাৰ লগৰ বোৰ প্ৰদৰ্শনীৰ ন ন বস্তুবোৰ দেখি উত্ৰাৱল হৈ পৰিল। লিলি যে লগত আছে কথাষাৰ পাহৰি পেলালে। মোৰ মনটো অলপ বেয়া লাগিছিল।

কৃষি আৰু শিল্প, গোটেই প্ৰদৰ্শনীখনেই হৈছে স্থায়ী বস্তু। এদিনীয়া বস্তু নহয়। গতিকেই স্থায়ী ভাবে এক বিৰাট আৰ্হিত গোটেই প্ৰদৰ্শনীখন সংগঠিত কৰা হৈছে। বৰ বৰ গম্বুজ। বৰ বৰ পকীঘৰ। বৰ বৰ প্ৰস্তৰ মূৰ্ত্তি। প্ৰদৰ্শনীৰ সমগ্ৰ ভূমিখণ্ড প্লাবিত কৰি সঙ্গীতৰ জোকাৰ। অৰ্কেষ্ট্ৰা বাজিয়েই আছিল। কেৱল মনতেই নহয়, দেহাতো প্লাবন নামিছিল।

প্ৰদৰ্শনী সোমায়েই চকুত পৰে এহাল সবল, সুস্থ ডেকা-গাভৰুৰ তীখাৰ গতিময় মূৰ্ত্তি। ডেকাটোৰ হাতত এটা হাতুৰী। ওপৰলৈ তুলি দুয়ো আগবাঢ়ি যোৱাৰ দৃশ্য। ডেকাটো শিল্প-উদ্যোগৰ আৰু গাভৰু জনী সমূহীয়া কৃষি-পামৰ প্ৰতীক। ছোৱালীজনীয়ে যোগ দি কলে: "এই মূৰ্ত্তি দুটা বিখ্যাত ছোভিয়েট শিল্পী মুখীনাই সজা। এওঁ আমাৰ এজন শ্ৰেষ্ঠ শিল্পী।" মনতে ভাব হল: "এই মানুহবোৰে কেনেকৈ জাতীয় সম্পদ আৰু ব্যক্তিসমূহ লৈ গৰ্ব্ব কৰিব জানে। আৰু আমি,—আমি লাচিত ফুকনৰ কথাও উপলুঙা কৰিহে কওঁ—লাচিতৰ বীৰত্বত মোগল পৰাস্ত হোৱা নাছিল। পৰাস্ত হৈছিল অসমৰ বোকা-পানী, হাবি-জংঘল, ম'হ-ডাঁহৰ কাৰণেহে।"

প্ৰদৰ্শনীৰ ঘাই অট্টালিকাটোৰ শিখৰটো হৈছে তিনিশ ত্ৰিশ ফুট ওখ। ইয়াৰ ওপৰত এটা ডাঙৰ সোণোৱালী তৰা আছে। ওপৰত কৈ অহা ডেকা-গাভৰুৰ মূৰ্ত্তি দুটা ওখ আৰু ডাঙৰকৈ সজা হৈছে। বহুত দূৰৈৰ পৰাই স্তম্ভৰ সোণোৱালী তৰাটো আৰু মূৰ্ত্তি-যুগল চকুত পৰে। এইখন তৰাৰ দেশ। ক্ৰেমলীনৰ স্তম্ভত তৰা। প্ৰদৰ্শনীৰ

স্তম্ভত তৰা। কেৱল আকাশতহে তৰা নেদেখিলোঁ। নিশাৰ আকাশ প্ৰায়েই পাতল কুঁৱলীৰ ওৰণিৰে ঢাক খাই থাকে। নায়লনৰ ওৰণি ভেদি মুখ জিলিকে যদিও, কুঁৱলীৰ ওৰণি ভেদি আকাশৰ তৰা নিজিলিকে। মানুহৰ মুখতকৈয়ো হয়তো তৰাবোৰ বেচি সুন্দৰ,—সেই কাৰণে। ক্ৰেমলীনৰ তৰাবোৰ নিশা তিৰবিৰাই থাকে। প্ৰদৰ্শনীৰটো নেথাকে,—ই ধীৰ, স্থিৰ। ৰূপত আছে। কামত নাই।

বিৰাট প্ৰদৰ্শনী ভূমিখণ্ডৰ মাটিকালি হৈছে ৫৬৬ একৰ। ইয়াৰে ২৫০ একৰত নানা তৰহৰ গছ-গছনি আছে। ইয়াৰ উত্তৰে "একাডেমী অব ছায়েন্স"-ৰ নিজা উদ্ভিদ-উদ্যান এখন আছে। ইয়ালৈকো এদিন গৈছিলোঁ। আচ্চিৰ বৰ বৰ ঘৰবোৰত নানা দেশ-বিদেশৰ উদ্ভিদ জীয়াই ৰখা হৈছে। সেই অনুপাতে উত্তাপৰ দিহা কৰা হৈছে। এটা পুখুৰীত আমাৰ ভেটকুলো দেখিছিলোঁ,—"অযত্নে পালিতা কন্যা" নহয়, সযত্নে পালিতাহে। ওচৰতে এজোপা লতা কৰবীৰ গছো দেখিছিলোঁ,—হালধীয়া। ইয়াৰ উপৰিও এওঁলোকৰ ফুলৰ উদ্যানখন দেখিহে আচৰিত হৈছিলো। পৃথিৱীত যে কিমানবোৰ ফুল! লগতে বৈজ্ঞানিক পদ্ধতিৰে ইটো ফুলৰ লগত সিটো ফুলৰ যোৰা পাতি এওঁলোকে নতুন মিশ্ৰিত জাতৰ ফুলো সৃষ্টি কৰিছে। কেউপিনে ফুলৰ সাগৰ। ৰঙৰ উৎসৱ।

এই একাডেমীটোত আন্তৰ্জ্জাতিক খ্যাতিসম্পন্ন এজন বৈজ্ঞানিকৰ লগত আমাৰ সাক্ষাত হৈছিল। নাম চিংচিন। মানুহজন অতি অমায়িক। শিশু-সুলভ। এওঁৱেই আমাক লগত লৈ গোটেই একাডেমীটো একালৰ পৰা দেখুৱাইছিল। কথাৰ অন্ত নাই। লিলিয়ে তেওঁৰ কথাবোৰ ইংৰাজীতে আমাক কৈ গৈছিল। ওচৰে ওচৰে এজন মানুহে আমাৰ কথাবোৰ টেইপ ৰেকৰ্ডত তুলি লৈছিল। বিজ্ঞানৰ ক্ষেত্ৰত ছোভিয়েট ৰুছিয়া ইমান আগবাঢ়িছে, ভাবিলে আচৰিত লাগি যায়। গোটেই জাতিটোৰ চিন্তা-জগত বিজ্ঞানৰ কথাই আগুৰি আছে। আলিৰ দাঁতিত প্লেনিটেৰিয়ামত মানুহ

দেখিছোঁ,—ওপৰত উঠি স্পুটনিকৰ গতি-বিধি লক্ষ্য কৰিছে। বৰ্ত্তমান এওঁলোকৰ এটাইবোৰ কথা স্পুটনিকময়। জুইবাঁহৰ সোণোৱালী "কেছ" উলিয়াইছে। ওপৰত স্পুটনিকৰ ছবি। বুকুত আঁৰিবলৈ "বেজ" উলিয়াইছে। ওপৰত স্পুটনিকৰ ছবি।

গোটেই প্ৰদৰ্শনীখনতে সৰ্ব্বমুঠ তিনিশ সাতটা পেভিলিয়ন আছে। প্ৰত্যেকখনতে কৃষি আৰু শিল্পজাত নানা তৰহৰ বস্তু সজোৱা আছে। প্ৰদৰ্শনীখনৰ উদ্দেশ্য হৈছে শিক্ষামূলক। ইয়ালৈ নিতৌ শ শ কৃষক, যন্ত্ৰ-বনুৱা আদি আহে। বস্তুবোৰ চায়। জ্ঞান আৰু অভিজ্ঞতা গ্ৰহণ কৰে। ইয়াৰ উপৰিও ইতিহাস আৰু উদ্যোগ চিৰকলীয়া কৰাৰ প্ৰতিও এওঁলোকৰ আগ্ৰহ লক্ষ্য কৰিব লগীয়া। ইতিহাস এনেকৈয়ে জীয়াই থাকে।

> "A people without history
> Is not redeemed from time,
> for history is a pattern
> of timeless moments."

শিল্পজনিত বস্তুৰ কাৰণে কুৰিখন পেভিলিয়ন আছে। ইয়াৰ উপৰিও মুকলি ভাবেও ভালেমান বস্তু ৰখা হৈছে। যন্ত্ৰ, উদ্যোগ প্ৰচেষ্টা ইত্যাদিৰ চানেকী। ৰেলগাড়ী বা এৰ'প্লেনৰ ক্ষেত্ৰত ছোভিয়েট ইউনিয়ন কিমান দূৰ আজিলৈকে আগবাঢ়িছে তাৰ চানেকী স্বৰূপে ন ন আৰ্হিৰ ৰেলগাড়ী, এৰ'প্লেন আদি সজাই থোৱা হৈছে। সেই-দৰে অট'মবিলৰ ক্ষেত্ৰত কিমান দূৰ আগবাঢ়িছে তাৰ নমুনা স্বৰূপে ন ন আৰ্হিৰ "কাৰ", "বাছ" আদি ৰখা হৈছে। প্ৰদৰ্শনীখনত সৰ্ব্বমুঠ ষাঠি হেজাৰ বস্তু আছে। তাৰে চাৰি হেজাৰ যন্ত্ৰ বিষয়ক। এই এটাইবোৰ বস্তুৰ ভিতৰত সকলোতকৈ ভাল লাগিল আণৱিক শক্তিৰ পেভিলিয়নটো। ধ্বংসৰ কাৰণে নহয়, দেশ গঠনৰ কাৰণে কেনেকৈ আণৱিক শক্তি ব্যৱহাৰ কৰিব পাৰি তাৰ প্ৰচেষ্টামূলক ব্যৱস্থাবোৰ। এখন সমুদ্ৰবাহী জাহাজৰ আৰ্হি দেখিছিলোঁ—আণৱিক শক্তিৰে

পৰিচালিত। আন এখন দেখিছিলোঁ বৰফ কাটি বাট মোকোলোৱা জাহাজ। সেই একেদৰে আণবিক শক্তিৰে পৰিচালিত। দুয়োখনৰ কাৰুকাৰ্য্যবোৰ দেখি ভাল লাগিছিল। "এই জাহাজ দুখন সমুদ্ৰত নিক্ষেপ কৰা হৈছেনে?" ছোৱালীজনীক সুধিছিলোঁ। তাই মাথোন কলে; "নাই হোৱা। বৰ্ত্তমান ই পৰীক্ষামূলক অৱস্থাতহে আছে।" আণবিক শক্তি কেনেকৈ গঠন-প্ৰচেষ্টাত প্ৰয়োগ কৰিব পাৰি, এইবাৰ কথা তাহানি বাৰ্ট্ৰাণ্ড ৰাছেলৰ "দি ইমপেক্ট অব সায়েন্স অন্ ছোছাইটি" বোলা কিতাপখনত পঢ়িছিলোঁ। জাহাজ দুখন দেখি কথাবোৰ এটা এটাকৈ মনত পৰিছিল।

এই আণবিক পেভিলিয়ন "হল"টোৰ সোঁ মাজতে তীখাৰে সজা এটা পুখুৰী বা গহ্বৰ আছে। পানী কিন্তু নাই। ওপৰৰ পৰা ইয়াৰ চাৰিউফালে থকা ৰেলিঙৰ গাত আউজি তললৈ চাব পাৰি,—জুইৰ নীলা ৰেঙনিবোৰ দেখিবলৈ পোৱা যায়। ইয়াতেই আণবিক শক্তিৰ ৰিএক্টাৰটোৱে কেনেকৈ কাম কৰে দেখিবলৈ পোৱা যায়। ছোৱালী জনীয়ে পানী নসৰাকৈ বৈজ্ঞানিক তথ্যপাতিৰে কথাবোৰ একালৰ পৰা বুজাই গল। শুনি ভাল লাগিছিল। একো নুবুজিলোঁ। বিজ্ঞানৰ জটিল কথা বুজিবলৈ টান। সকলোবোৰ কথা বুজাও এটা বিৰম্বনা। আইনষ্টাইনৰ পত্নীয়েও তেওঁৰ স্বামীৰ "আপেক্ষিকতা তথ্য" সম্বন্ধে একেবাৰ কথাতে কৈছিল: "তেওঁ বহুবাৰ বুজাবলৈ যত্ন কৰিছিল। ওহোঁ, একো নুবুজিলোঁ। নুবুজাততো একো ক্ষতি নাই।"

ইয়াৰ পিচত চাবলৈ গলোঁ স্পুটনিকৰ কক্ষটো। সকলোবোৰ বস্তু ধুনীয়াকৈ সজোৱা আছে। সমগ্ৰ স্পুটনিকটোৰ আৰ্হি থকাৰ উপৰিও ইয়াৰ বেলেগ বেলেগ ভাগবোৰৰ আৰ্হিও যুকলি কৰি থোৱা হৈছে। লাইকাৰ কক্ষটো তেনেই সৰু। লৰচৰ কৰাৰ কোনো উপায় নাই। নাকটো লগাই দিলেই খোৱা বস্তুবোৰ নিজে নিজে ওলাই আহে। ইয়াৰ কাৰণে ভুইছৰ ব্যৱস্থা কৰা হৈছে। খোৱা

বস্তুবোৰ সেইদৰে হিছাপ কৰি দিয়া হৈছে। ছোৱালীজনীয়ে কৈছিল: "লাইকাক বিশেষ ভাবে শিক্ষা দিয়া হৈছিল। ভোক লাগিলে কেনেকৈ নাকেৰে আহাৰ উলিয়াই খাব লাগে।" কক্ষটো দেখি লাইকালৈ পুতৌ উপজিছিল। কক্ষটোৰ দেৱালবোৰ লাইকাৰ ছবিৰে ভৰি আছে,—বেলেগ বেলেগ পঙ্জত। বৰ তজবজীয়া কুকুৰ। অসম্ভৱ স্মাৰ্ট। ছবিবোৰ দেখিলেই বুজিব পাৰি।

লিলিক সুধিলোঁ: "লাইকা মতা আছিল নে মাইকী আছিল?" অকস্মাত এইটো প্ৰশ্ন সুধিবলৈ কিয় মন গ'ল কব নোৱাৰোঁ। তাই হাঁহি মাৰি কলে: "ওহোঁ, কব নোৱাৰোঁ।" আমাক কথাবোৰ বুজাই যোৱা ছোৱালীজনীকো সুধিলোঁ। তায়ো কব নোৱাৰিলে। সম্ভৱত মতা মাইকীৰ প্ৰভেদ নথকা এইখন দেশত লাইকা মতা নে মাইকী বিচাৰ কৰাৰ প্ৰয়োজন এওঁলোকে বোধ কৰা নাই। ফেক্টৰীত মতা আৰু মাইকীক সমানে ঢিলা ওলমি পৰা পেণ্ট পিন্ধি একেলগে একেধৰণৰ কাম কৰা দেখিছোঁ। মতা মাইকী চিনিব নোৱাৰি। প্ৰায়বোৰ মাইকী মানুহেই শকত। লোদোৰ পোদোৰ। যুক্ত-ৰাষ্ট্ৰৰ দৰে ৰবৰৰ পেড্ বান্ধি শৰীৰ সুন্দৰ কৰাৰ প্ৰতি আগ্ৰহ ইয়াত নেদেখিলোঁ। অৰ্থনৈতিক অৱলম্বনৰ সাঁচ পৰি ইয়াত মতা-মাইকীৰ আঁত হেৰাই গৈছে। লাইকা কিন্তু সকলোতে আছে। আনকি চুৰটৰ বাহৰ ওপৰতো লাইকাৰ ছবি। সেই বুলি ইয়াৰ আলিয়ে পদূলিয়ে লণ্ডনৰ দৰে কুকুৰ নাই। দুই চাৰিটা "এলছেছিয়ান" দেখাৰ বাহিৰে বাটত সেইদৰে কুকুৰ নেদেখিলোঁ। মেকুৰী হলে দেখিছোঁ—বেচ লোদোৰ পোদোৰ। লণ্ডনত হেনো পোহনীয়া মেকুৰীৰ বাহিৰেও গৰাকী নোহোৱা পঞ্চাছ লাখ মেকুৰী আছে। নিশা চাল আৰু ঘৰৰ বেলিঙবোৰত বগাই ফুৰে। মস্কোত ইমানবোৰ মেকুৰী আছে নে নাই নেজানোঁ। জোখ লবলৈ নহল।

কৃষিজাত বস্তুৰ পেভিলিয়নবোৰত সকলো ধৰণৰ বস্তু ৰখা হৈছে। মানা ধৰণৰ ফলমূলৰ পৰা আৰম্ভ কৰি বিধে বিধে কৃষি-উৎপাদিত

বস্তুবোৰ ধুনীয়াকৈ সজাই থোৱা হৈছে। এটা কথা মন কৰিব লগীয়া,—প্ৰায় প্ৰত্যেকখন প্ৰদেশৰে স্থকীয়াকৈ একোটা নিজা পেভিলিয়ন আছে। বিশেষকৈ কৃষি-প্ৰধান অঞ্চলবোৰৰ। ভজা, ককেছাছ, জৰ্জ্জিয়া, ল্যুঠেনিয়া,—বিশেষকৈ প্ৰথম দুখন ঠাইৰ পেভিলিয়ন কেইটা অতি চমৎকাৰ। কৃষিজাত বস্তুৰে এইবোৰ উভৈনদী হৈ আছে। ইয়াৰ লগতে আকৌ সৰু সৰু একোটা চিনেমা-কক্ষও আছে। তাত সেই প্ৰদেশ সমূহৰ প্ৰাকৃতিক দৃশ্য, কৃষি আৰু শিল্প আদি বিষয়ক ছবিও প্ৰদৰ্শন কৰা হয়। জৰ্জ্জিয়ান অঞ্চলৰ পেভিলিয়নটোত দেখিছিলোঁ,—এটা বনকৰা হোড়া। আমাৰ পৰ্ব্বতীয়া মানুহ কিছুমানে লোৱাৰ লেখীয়া। ৰংকৰা ফুলবোৰ আমাৰ মিছিমি মোনাৰ ফুলবোৰৰ লগত সলাব পাৰি। ডক্টৰ কুপ্তস্কক মই কৈছিলোঁ: "এই ফুলবোৰ একেবাৰে আমাৰ অসমৰ ফুলৰ নিচিনা।" মানুহজনে আচৰিত হৈ কৈছিল: "সঁচাই?" ইয়াৰ পিছত মৌ-মাখিৰ পেভিলিয়নটো সোমালোঁ। কেউপিনে গুণগুণনি। কোনোবাই কাণে কাণে মৰমতে কথা কোৱা যেন লাগিল।

এই প্ৰদৰ্শনীথলীখনত এটা মুকলি ৰঙ্গ-মঞ্চ আৰু দুটা চিনেমা-ঘৰো আছে। ৰেষ্টোঁৰা আৰু কাফেৰতো কথাই নাই। আবেলি ভাগৰি জুগৰি এটা ৰেষ্টোঁৰাত সোমালোঁগৈ। সোমায়েই আমাৰে এজনে বৃহৎ ৰেডিঅ'টোৰ চাবিটো পকাই দিলে। পোনতে দিল্লী দিব খুজিছিল। নোৱাৰিলে। আমিও চেষ্টা কৰি চালোঁ। নোৱাৰিলোঁ। অৱশেষত হতাশ হৈ মস্কোতে দিলোঁ। গোটেই কক্ষটো সঙ্গীতৰ মূৰ্চ্ছনাত নাচি উঠিল। কেইপিনে গছ-লতাই আঁৰ কৰা ৰেষ্টোঁৰাটো। কণ্ব মুনিৰ আশ্ৰম খন যেন লাগে। জিলমিলাই থকা গছপাতৰ ফাকে ফাকে ভুমকি মাৰি আবেলিৰ মিঠা ৰ'দ কণে আমাৰ কোঠাটো ৰেঙাই গলহি। "অকপমান বেলিৰ পোহৰ দিঁয়া, মনৰ পথাৰ ৰেঙাই থোৱা",—কোনোবা কবিয়ে কৈছিল। বেলিৰ পোহৰ পাই মনৰ দুৱাৰ জপাই থোৱা কল্পনাবোৰ পখীযোঁৰাত উঠি

উঠি চেকুৰিবলৈ ধৰিলে। গছৰ পাতবোৰ জলমলাই উঠিল। বেলিৰ পোহৰ মোৰ চকুৰে মুখে পৰিছিলহি। লগৰ ছোৱালীজনীৰ পৰিছিলহি চুলিত। আবেলিৰ পোহৰ। কোমল, তেজহীন। মোৰ ৰবি ঠাকুৰলৈ মনত পৰিছিল: "তুমি কি দিয়া নাই? মানৱ-অন্তৰৰ প্ৰত্যেকটো ভাব-অনুভূতিৰে প্ৰকাশ দিছা। হে, বিশ্ব-কবি!"

"পাতাৰ আড়াল থেকে
বিকালেৰ আলোটুকু এসে,
আৰো কিছুখন ধ'ৰে
ঝলুক তোমাৰ কালো কেশে।"

প্ৰদৰ্শনীথলীখন শেষবাৰৰ কাৰণে এৰি অহাৰ পূৰ্ব্বে আকৌ এবাৰ উদ্যানবোৰত ফুৰিলোঁ,—হ্ৰদবোৰৰ কাষে কাষে। পানীৰ কি অপূৰ্ব্ব খেলা! হ্ৰদৰ কাষত আৰু মাজত মূৰ্ত্তিবোৰ আছে। হাতে হাতে একোটা ফিচকাৰী। পানীবোৰ কেউপিনে ছটিয়াই আছে। বৃহৎ আকাৰৰ শিলেৰে সজা কিছুমান মাছো আছে। মাছবোৰৰ মুখেদিও পানীবোৰ অবাৰিত ভাবে উফৰি ফুৰিছে। যেন মুকুতাৰ স্ৰোতহে। সাজ লাগি আহিল। বিজুলী চাকিবোৰ জ্বলি উঠিল। পানীৰ বুকুত বন্তি নিক্ষেপিত হল। পানীবোৰত পোহৰৰ বন্যা নামিল। তাহানি এনে দৃশ্য নায়েগ্ৰা জলপ্ৰপাতত দেখিছিলোঁ। নিশাৰ নায়েগ্ৰা, স্বপ্নপুৰী যেন লাগে। ইয়াতো দেখিছোঁ। ই বেচি বাস্তৱ। ফিচকাৰীৰ আগত উফৰি-ফুৰা পানীবোৰ একোখন ৰামধেনু হল,—সাতবৰণীয়া। কেউপিনে যেন ফাগুনৰ ৰং। মনত। পানীত। প্ৰাণত। শেষবাৰৰ কাৰণে কবলৈ মন গল:

"তোমাৰ কাননতলে ফাল্গুন
আসিবে বাৰম্বাৰ,
তাহাৰি একটি শুধু মাগি আমি
দুয়াৰে তোমাৰ।"

'পিকিং' আহি যেতিয়া সোমাওঁহি, সন্ধিয়াৰ ছাঁ তেতিয়া গভীৰ হৈ পৰিছিল। কলাচুলিটাৰি মেলি নিশাই সন্ধ্যাক সাবটি লৈছে। ওচৰৰ মায়াক'ভস্কীৰ শিল্পৰ মূৰ্ত্তিটো ফ্লাড্-লাইট পৰি উজ্জ্বল হৈ উঠিছে। তলৰ বেদীত জনতাই উছৰ্গা কৰা নানা ফুল উপচি পৰিছে। নিতৌ এইদৰেই ইয়াত দেখিছিলোঁ কোনোবাই ফুল দি যায়। মাজনিশা ইয়াতেই দেখিছিলোঁ নানা ডেকা-গাভৰু জুম পাতে। খুব কথা পাতে, আঁলোচনাৰ ভঙ্গীত। এইদৰে জুম পতা মানুহবোৰৰ মাজত সোমাই পৰি আৰাম আছে। আমাৰ লগৰ সহযাত্ৰীসকল যেতিয়া দিনটোৰ পৰিশ্ৰমত ভাগৰি জুগৰি শুই পৰে, আমি দুজন তেতিয়া এই জুমবোৰৰ মাজত সোমাই পৰোঁ। স্বাভাৱিকতে ইয়াৰ মাজতে দুই চাৰিজন ইংৰাজী জনা মানুহ ওলাই পৰে। তেওঁলোকৰ লগত কথা পাতোঁ। আমি আমাৰ কথা কওঁ। তেওঁলোকে তেওঁলোকৰ কথা কয়। এনিশা তাৰে এজনে আমাৰ বাতৰি-কাগজবোৰ কেনেকুৱা জানিবলৈ ইচ্ছা কৰিছিল। নিশাই মানুহজনক লগত লৈ গৈ হোটেলৰ পৰা হাতত থকা পুৰণি "ষ্টেটছ্-মেন" কাগজ এখন দিলোঁ। কাগজখন দেখি মানুহজনৰ কি প্ৰতি-ক্ৰিয়া হৈছিল নেজানোঁ। কিন্তু তেওঁলোকৰ কাগজৰ লগত যে আমাৰ দেশৰ কাগজ নিমিলে সেইষাৰ কথা মানুহজনে নিশ্চয় বুজিছিল।

মায়াক'ভস্কীৰ মূৰ্ত্তিটো উন্মোচন কৰা সৰহ দিন হোৱা নাছিল। এওঁক "জনতাৰ কবি", "বিপ্লবী কবি" আদি আখ্যা দিয়া হৈছে। মানুহবোৰে জুম পাতি ইয়াকেই আলোচনা কৰিছিল। কোনোৱে মায়াক'ভস্কীক জনতাৰ কবি বুলি দাবী জনাইছে। কোনোৱে এইষাৰ কথাৰ তীব্ৰ প্ৰতিবাদ কৰিছে। ইয়াকেই লৈ আলোচনাৰ অৱতাৰণা হৈছে। ইয়াৰ জন-সাধাৰণে যেনেকৈ কিতাপ পঢ়ে, এনে আলোচনা এওঁলোকৰ কাৰণে সম্ভৱ। টি, এছ, ইলিয়টে কৰৰ দৰে:

"History may be servitude,
History may be freedom."

মায়াক’ভস্কীৰ কাব্য-বুৰঞ্জীৰ স্বৰূপ কি? দাসত্ব নে মুক্তি? মুক্তি কাৰ? মানুহৰ নে কলা-প্ৰকৃতিৰ? এইবোৰেই আছিল আলোচনাৰ বিষয়-বস্তু। কাব্য-বুৰঞ্জী বিশ্লেষণ।

প্ৰদৰ্শনীৰ পৰা উলটি আহি আকৌ নিশা ৮ বজাত চাৰ্কাছ চাবলৈ গলোঁ। বহুত মানুহ। চাৰ্কাছৰ হওঁতে তেনে ধৰণৰ কোনো বিশেষত্ব নেদেখিলোঁ। সেই একে চাইকেলৰ খেল। ডোলৰ ওপৰত নাচ। ভাল লগাৰ ভিতৰত লাগিছিল আঁৰৰ সঙ্গীত—বেচ উত্তাপসনা। এটা কথাই আমুৱাইছিল। সেইটো হৈছে ক্লাউনৰ অৰ্থাৎ বহুৱাৰ অত-পালি। গোটেই চাৰ্কাছখনকে বহুৱা-প্ৰধান বুলিলে সম্ভৱতঃ ভুল কৰা নহব। কুকুৰৰ বাহিৰে আন জীৱ-জন্তুৰ খেল নাই। বাঘ, ঘোং, সিংহ ইত্যাদিৰ। ইয়াৰে কিছুমান খেল যে বিশেষ ভাবে কৌশল-পূৰ্ণ, সেই বিষয়ে সন্দেহ নাই। খেল চাই মানুহবোৰ উত্ৰাৱল হৈ পৰা যেন লাগিছিল। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি। খেলৰ অন্তত ফুল উপহাৰ। মানুহৰ অন্তৰৰ উছাহবোৰ যেন বাঙ্ময় হৈ উঠিছে।

নিশাটো এইদৰেই বাগৰি গল। কৰ্ম্ম-শ্ৰান্ত অথচ আনন্দমুখৰ নিশা এটাক এনেদৰে “দাস্যদনিয়া” দি আন এটা দিনৰ কাৰণে সাজু হৈছিলোঁ। শেহ নিশা ৰৰষুণ দিছিল,—কলহৰ কাণেৰে ঢালিছিল। পুৱা ৰৰষুণ নাছিল। বতৰটো কিন্তু মেঘালী। গাত কঁপনি তোলা জাৰ। আমি “লিচাকোভ মটৰ-ৱৰ্কছ” বোলা ছোভিয়েট ইউনিয়নৰ সৰ্ব্ববৃহৎ মটৰ কাৰখানাটো চাবলৈ ওলালোঁ। আমাৰ কাৰণে কাৰ-খানাৰ কৰ্ম্মকৰ্ত্তাসকল বাট চাই আছিল। লিলি, লগতে ৰাজিমিৰ বোলা এজন ডেকা লৰা দোভাষী, আমাৰ লগত আছিল। ৰাজিমিৰ বৰ কৰ্ম্ম-নিপুণ ডেকা। মৰম লগাও। কিছুমান মানুহৰ যে মুখখন দেখিলেই মৰম লাগে, তেনে ধৰণৰ লৰা। এওঁ বিশ্ববিস্তালয়ৰ ছাত্ৰ। লিলিও বিশ্ববিস্তালয়ৰ ছাত্ৰী। দুয়ো দীঘলীয়া বন্ধত চাকৰি কৰিছে, —দোভাষীৰ।

বহুত ঠাই আগুৰি থকা কাৰখানাটো সোমালোঁহি। নৈৰ পাৰ।

মস্কো নৈ আৰু ভল্গা-ডন কেনেলৰ সংযোগ পথে মস্কো চহৰখন কেইবা-খনো সাগৰৰ বাবে মুকলি কৰিছে। খাল খান্দি এওঁলোকে এনে-দৰেই এখন আভ্যন্তৰীণ চহৰ সাগৰৰ ওচৰ চপাই আনিছে। সাগৰ কেইখন হৈছে: শ্বেত সাগৰ, বাল্টিক সাগৰ, কাস্পিয়ান, এজভ্ আৰু কৃষ্ণসাগৰ। মস্কোৰ এই নৈ আৰু খালৰ পাৰতে দেশৰ সৰ্ব্ব-বৃহৎ মটৰ কাৰখানাটো অৱস্থিত। ইয়াত পয়ত্রিশ হেজাৰ বনুৱাই কাম কৰে। পুৱা ৮ বজাৰ পৰা সন্ধ্যা ৫ বজালৈ। মাজতে এঘণ্টা দুপৰীয়াৰ আহাৰৰ কাৰণে আজৰি পায়। কৰ্ম্ম-বিভাগৰ পিনৰ পৰা পুৰুষ মহিলাৰ কোনো পাৰ্থক্য নাই। এইটো টান কাম,—গতিকে পুৰুষৰ। এইটো সহজ কাম,—গতিকে মহিলাৰ। একে ধৰণৰ টান কামকে পুৰুষ মহিলাই সমানে সমান দক্ষতাৰে কৰা দেখিছোঁ। চাই থাকিবলৈ মন যায়। অৱসৰ প্ৰাপ্তিৰ তেনে ধৰণৰ কোনো ধৰা-বন্ধা নিয়ম নাই। পুৰুষতকৈ অৱশ্যে নাৰীয়ে আগতীয়াকৈ অৱসৰ প্ৰাপ্ত হোৱাৰ সুবিধা আছে।

কাৰখানাটোত দিনৌ পাঁচ শ কৈ গাড়ী উৎপাদন হয়। ট্ৰাক, বাছ, স্কুটাৰ, চাইকেল আদিও ইয়াত তৈয়াৰ হয়। এই প্ৰত্যেকটো বস্তু তন্নতন্নকৈ চাইছিলোঁ। বনুৱাৰ দুই এটা জুমত এনেয়ে সোমাই পৰিছিলোঁ। কথা পাতিছিলোঁ। মোৰ লগৰ বোৰে গাড়ীৰ ইটো সিটো অংশ পৰীক্ষা কৰি চোৱাত ব্যস্ত আছিল। গাড়ীৰ কথা মই একোকে নেজানোঁ। গতিকে সেইফালে মন দিয়া নাছিলোঁ। মই মানুহৰ মনবোৰ পৰীক্ষা কৰি চোৱাত ব্যস্ত আছিলোঁ। যৰত শিকি থোৱা ৰাছিয়ান ভাষাৰ দুই এটা শব্দ আৰু বাক্যাংশ ব্যৱহাৰ কৰি কাম চলাবলৈ যত্ন কৰিছিলোঁ। সেই কেই দিনৰ বাবে এখন ৰাছিয়ান ভাষাৰ "সহজ শিক্ষা"ও কিনি লৈ পঢ়িছিলোঁ। মানুহৰ অন্তৰৰ মাজত ভাষা কেতিয়াও ব্যৱধান হব নোৱাৰে। নহলে বিখ্যাত "কাশ্মীৰ প্ৰিন্সেছ"-ৰ নাবিক দুজনে প্ৰশান্ত মহাসাগৰৰ বুকুৰ আচহুৱা দ্বীপটোৰ বনৰীয়া মানুহৰ মাজত কেতিয়াও বন্ধু বিচাৰি নেপালে-

হৈছেন। নিজে যিখিনি পাৰোঁ ভাবৰ আদান-প্ৰদান কৰিছিলোঁ। বাকী খিনিৰ কাৰণে লিলি আছিল। তাই মোৰ আৰু মানুহবোৰৰ মাজত ভাষাৰ সাকো হৈছিল। কথাবোৰ ইংৰাজীতে মোৰ কাৰণে তৰ্জ্জমা কৰি গৈছিল। সিহঁতৰ কাৰণে স্থানীয় ভাষাত। অৱশেষত অকস্মাৎ তাই কৈ উঠিল: "মোৰ মূৰ কামুৰিছে, বলক, গাড়ীত বহি.. থাকোঁগৈ।"

সেইদিনা খনেই দুপৰীয়া এখন কৃষি-পাম চাবলৈ গলোঁ। ঘাই মস্কো চহৰৰ পৰা সৰহ দূৰ নহয়। সেয়া গাওঁ অঞ্চল। পামখন হৈছে এখন চৰকাৰী পাম। এওঁলোকৰ কৃষি-পাম দুবিধ: (১) ষ্টেট ফাৰ্ম্ম। এই বিধ কৃষি-পাম চৰকাৰী বিভাগৰ দ্বাৰা পৰিচালিত হয়। (২) সমূহীয়া পাম। এই বিধ পাম ৰাইজৰ দ্বাৰা পৰিচালিত হয়। এবিধ হৈছে চৰকাৰী উদ্যোগ। আনবিধ হৈছে জন-সাধাৰণৰ উদ্যোগ। গোটেই দেশখনতেই সৰ্ব্বমুঠ ৫০০০ ষ্টেট ফাৰ্ম্ম আৰু ৮৭,৫০০ সমূহীয়া কৃষি-পাম আছে। এই কৃষি-পামবোৰত কৃষি বিষয়ক সকলোবোৰ বস্তু উৎপাদন হয়। যন্ত্ৰৰ সহায়ত সকলো কাম হয়। হাল বোৱা, গুটি সিঁচা, শস্য গোটোৱা,—প্ৰত্যেক বিধ কাম যন্ত্ৰৰ সহায়ত সম্পাদিত হয়। পামবোৰত পশু-পালনৰ ব্যৱস্থাও আছে। গৰু, ভেড়া, গাহৰী ইত্যাদি। এইবোৰ গাখীৰ, মঙহ, উণী সূতা তৈয়াৰি ইত্যাদিৰ কাৰণে ৰখা হয়। এনে এখন চৰকাৰী পামকে আমি চাবলৈ গৈছিলোঁ। নগৰৰ কোলাহলৰ পৰা গাওঁৰ শান্ত পৰিবেশলৈ উলটি আহি মনটো স্বাভাৱিকতে ভাল লাগিছিল। ঠাইখন হাবিতলীয়া। তাৰ মাজে মাজে মানুহৰ ঘৰবোৰ। এই ঘৰবোৰ আমাৰ শ্বিলঙৰ সৰ্ব্বসাধাৰণ মানুহৰ ঘৰৰ লেখীয়া। কাঠৰ। প্ৰায়বোৰ ঘৰেই পুৰণি। আজি এযুগে হয়তো ঘৰবোৰে ৰঙৰ মুখ দেখা নাই। মস্কো চহৰতো বৰ বৰ অট্টালিকাৰ অন্তৰাল থকা এনে কিছুমান ঘৰ দেখিছিলোঁ।

কৃষি-পামৰ অধ্যক্ষজনে আমাৰ কাৰণে বাট চাই আছিল। পোনতে

আমি তেওঁৰ অফিছ ঘৰত বহিছিলোঁগৈ। অধ্যক্ষজনে এটা আদৰণি ভাষণ লগতে পামখনৰ বিষয়ে দুআষাৰ কোৱাৰ পিচত আমাক প্রশ্ন কৰিবলৈ অনুবোধ জনাইছিল। নানা ধৰণৰ প্রশ্ন হল,—ছোভিয়েট কৃষি সম্বন্ধে, কৃষি-পাম সংগঠন সম্বন্ধে, উৎপাদন সম্বন্ধে ইত্যাদি। অধ্যক্ষজনে প্রত্যেকটো কথাৰে এটা এটাকৈ উত্তৰ দি গল। কথা-বোৰ তেওঁৰ জিভাৰ আগত। এইদৰে আলোচনাৰ অন্তত আমি বিৰাট পামখন চাবলৈ ওলালোঁ। এটা এটাকৈ প্রত্যেকটো বস্তু তন্নতন্নকৈ চালোঁ। কথাবোৰ নোট-বহীত সযত্নে টুকি ললোঁ। অধ্যক্ষজনৰ কথাবোৰো টুকি লৈছিলোঁ।

এওঁলোকৰ সমগ্র জীৱন লেনিনৰ ব্যক্তিত্বই এনেদৰে আচ্ছন্ন কৰি আছে যে ভাবিলে আচৰিত যেন লাগে। সকলোতে লেনিন,—লেনিনৰ ছবি আৰু প্রস্তৰ মূর্ত্তি। ষ্টেট ফার্ম্মৰ অধ্যক্ষজনে পামৰ এটা পকীঘৰৰ ফালে আঙুলিয়াই দি কলে: "ইয়াতেই ১৯১৮-১৯ চনত লেনিন আহি কিছুকাল আছিলহি।" সেইদৰে আন কথাৰ মাজতে "লিচাকোভ মটৰ ৱৰ্কছ্"-ৰ অধ্যক্ষজনে কৈছিল: "আমাৰ ফেক্টৰীৰ বনুৱাসকলৰ আগত এই ঠাইৰ পৰাই ১৯১৮ চনত লেনিনে বক্তৃতা দিছিল।" সৰোজনী নাইডুৰ ভাষাতে লেনিনক উদ্দেশ্য কৰি এনেদৰে কব পাৰি:

"Your name
within a nation's prayer."

চাৰিখন ডুখৰীয়া পাম গোট খাই এই ষ্টেট ফার্ম্মখন সংগঠিত হৈছে। পামৰ অধীনত থকা খেতিৰ মাটি আৰু যন্ত্রপাতি চৰকাৰৰ সম্পত্তি। চৰকাৰে এইবোৰ পামৰ কর্তৃপক্ষক দিছে। আন কাৰখানাৰ বনুৱাৰ দৰেই চৰকাৰী কৃষি-পামৰ বনুৱায়ো দৰমহা পায়। দৰমহাৰ ধন চৰকাৰৰ পুঁজিৰ পৰা আহে। কামৰ নিৰিখ অনুসৰি দৰমহাৰ নিৰিখ নির্ণয় কৰা হয়। উদাহৰণ স্বৰূপ গাখীৰ খীয়োৱা ছোৱালীহঁতে এক কিলোগ্রাম গাখীৰ খীৱালে আঠ কোপেক পায়। আমাৰ হিচাপেৰে

প্ৰায় ছ পয়ছা পায়। পথাৰত কাম কৰা বনুৱাৰ মাহে প্ৰায় পাঁচ ছ শ কবুল হয়। নিৰিখতকৈ সৰহ কাম কৰিলে সেই অনুপাতে সৰহ ধন পায়। এয়া উপকৰা ধন। এনে ধৰণৰ পদ্ধতিয়ে মানুহক অধিক কৰ্ম্ম-মুখৰ হৰলৈ উদগণি যোগায়। ইয়াৰ জীৱন* কৰ্ম্ম-সৰ্ব্বস্ব। মানুহৰ এলাহ ভাগৰ নাই। এই একেটা অৱস্থা আমেৰিকাৰ যুক্তৰাষ্ট্ৰতো দেখিছিলোঁ। অধিক কাম। অধিক উপাৰ্জ্জন। অধিক ভোগ।

এই পামধনৰ বিশেষত্ব হৈছে পশু-পালন, গাখীৰ আৰু গাখীৰ সম্বন্ধীয় যাৱতীয় বস্তু উৎপাদন। গতিকেই ইয়াৰ ডেয়েৰী বিভাগটো আনবোৰ বিভাগতকৈ অধিক টনকীয়াল। এই পামধনত বছৰি ১০,৫৪৬ কিলোগ্ৰাম গাখীৰ উৎপন্ন হয়। সেইদৰে ইয়াৰ গৰুৰ পৰাও বজাৰত উল্লেখযোগ্য ভাবে মূল্য পোৱা যায়। একোটা এখাৰ মহীয়া গৰু পোৱালিৰ দাম চাৰি হেজাৰ কবুলতকৈ অধিক উঠে। সেইদৰে পূৰঠ ভাল গৰু একোটাৰ তো কথাই নাই। একোটাত সাত হেজাৰ কবুলেই কম। মানুহে গৰু কিনোঁতে আমাৰ দৰে দাঁত চাই নিকিনে। ওজন চাইহে কিনে। ইয়াত গৰুৰ মূল্য মঙহতহে।

গৰুৰ গোহালীটো সোমাই চাইছিলোঁ। গৰুবোৰ তেতিয়া শাৰী শাৰীকৈ বান্ধি থোৱা অৱস্থাত। এওঁলোকে দিনটোত দুবাৰকৈ গাখীৰ খীৱায়। তেতিয়া খীৱাবৰ সময় হৈছিল। ওহাৰবোৰ টনটনাই থকা দেখিছিলোঁ। গোহালীটো সোমাই এটা কথা বৰ বিসদৃশ যেন লাগিছিল। কেউপিনে লেতেৰা। আমি বৰ কষ্ট কৰিহে ভিতৰ সোমাব পাৰিছিলোঁ। গোহালীলৈ সোমোৱা আলিবোৰ ভগাছিগা। বোকাৰে ভৰা। মাজে মাজে বৰষুণৰ পানীৰে ভোঙা বান্ধি আছে। জোতাৰে সোমোৱা টান। তাৰ মানুহবোৰক দেখিছিলোঁ,—হয় শুদা ভৰি, নহয় ভৰিত ৰবৰৰ বুট জোতা। গোহালীৰ ওচৰতে এটা ডাঙৰ পানীৰ ভোঙা দেখিছিলোঁ। তাত পোহনীয়া হাঁহ কিছুমান চৰি ফুৰিছিল। মোৰ অসমৰ গাৱঁৰ কথালৈ মনত পৰিছিল,—সেই একে দৃশ্যপট।

কৃষকৰ ঘৰবোৰ দূৰৈৰ পৰা দেখিছিলোঁ। সৰু, সাধাৰণ ঘৰ। তাৰে কিছুমান উৰ্বলি যোৱা। ঘৰৰ কেউপিনে একোখন সৰু শাক-পাচলিৰ বাৰী। তাতে তেওঁলোকে ঘৰৰ লাগতীয়াল বস্তুবোৰ কৰি লয়। কৃষি-পামৰ বন্দুৱাসকলৰ কাৰণে স্বকীয়া সাংস্কৃতিক অনুষ্ঠানবো সুবিধা আছে। লগতে লৰা-ছোৱালীৰ কাৰণে "কিণ্ডাৰগাৰটেন্" স্কুল আছে। বনুৱাৰ কাৰণে ৰঙ্গমঞ্চ, বিজুলীশক্তি আদিৰ ব্যৱস্থা আছে। ইয়াৰ গাওঁবোৰত বিজুলীশক্তিৰ বহল প্ৰচাৰ আছে। লেনিনে ছচিয়েলিজিমৰ ব্যাখ্যা "ছোভিয়েট যোগ বিজুলী শক্তি" বুলি দিছিল। কথাষাৰৰ অৰ্থ এতিয়াহে উপলব্ধি কৰিব পাৰিছোঁ। ইয়াৰ বিজুলী ব্যৱস্থা, আমোদ-গৃহ, সাংস্কৃতিক অনুষ্ঠানসমূহ কৃষি-পামৰ জৰিয়তে পৰিচালিত হয়। গাওঁৰ কৃষকৰ ঘৰলৈ আমি যাবলৈ ইচ্ছা কৰিছিলোঁ,—তেওঁলোক কেনেকৈ থাকে জানিবৰ কাৰণে। পামৰ অধ্যক্ষজনে আমাক বিনম্ৰ ভাবে কৈছিল,—এবাৰ নহয়, বাৰে বাৰে: "নেলাগে যাব। দূৰ পৰিব। কষ্ট পাব।" মোৰ মনত কথাষাৰ শুনি "তোমাৰে মৰমত মৰো মই চেনাইটি" ভাব হৈছিল। আমি কোনেও হলে কি দূৰ পৰিব একো বুজা নাছিলোঁ। গোহালী ঘৰৰ চোতালৰ পৰাই কৃষকৰ ঘৰবোৰ আমি দেখিবলৈ পাইছিলোঁ। আমি মাথোন এবাৰ সোমাইহে চাব খুজিছিলোঁ।

সংগঠনৰ পিনৰ পৰা দেখাত প্ৰায় একে যদিও সমূহীয়া কৃষি-পাম আৰু চৰকাৰী পামৰ মাজত পাৰ্থক্য নোহোৱা নহয়। বাইজৰ সভাত সমূহীয়া পামৰ নিয়মাৱলী নিৰ্দ্ধাৰণ কৰা হয়। উৎপাদনৰ আহিলা-সমূহ, ঘৰ-দুৱাৰ, জীৱ-জন্তু আদিক সমাজীকৰণ কৰা হৈছে,—এইবোৰ সমূহৰ বস্তু। ব্যক্তিৰ নহয়। পামৰ অন্তৰ্ভুক্ত হবলৈ হলে প্ৰত্যেক পৰিয়ালে কুৰিৰ পৰা আৰম্ভ কৰি চল্লিছলৈকে ৰুবুল ভৰ্ত্তি-মাচুল দিব লাগে। এইখিনিতেই প্ৰশ্ন হৈছে এনে ধৰণৰ পামৰ উপাৰ্জ্জনসমূহ সভ্যসকল অৰ্থাৎ কৰ্ম্মীৰ মাজত কেনেকৈ বিতৰণ কৰা হয়? পামৰ উপাৰ্জ্জনৰ যিটো ভাগ আছুতীয়াকৈ শ্ৰমিকৰ কাৰণে থোৱা হয়, সেই

ভাগটো কামৰ নিৰিখ অনুসৰি শ্ৰমিকৰ মাজত বিতৰণ কৰা হয়। কামৰ নিৰিখ পামৰ সাধাৰণ সভাই নিৰ্দ্ধাৰণ কৰি দিয়ে। কিছুমান কৃষি-পামত পেন্সনৰো ব্যৱস্থা আছে। সাধাৰণতে মহিলাই ৫০ আৰু পুৰুষে ৬০ বছৰৰ পিছত পেন্সন পোৱাৰ নিয়ম। পেন্সনৰ কাৰণে উপযুক্ত বুলি বিবেচিত হবৰ কাৰণে পুৰুষে অন্ততঃ ৩০ বছৰ আৰু নাৰীয়ে ২৫ বছৰ কৃষি-পামত শ্ৰম কৰিব লাগিব। নহলে পেন্সনৰ বাবে উপযুক্ত বুলি বিবেচিত হব নোৱাৰে। ইয়াকে পাবলৈ হলে অৱসৰ প্ৰাপ্তিৰ আগৰ পাঁচ বছৰৰ ভিতৰত কাম অনুযায়ী বছৰি যি ধন উপাৰ্জ্জন কৰে তাৰ শতকৰা ত্ৰিশ ভাগ পাবৰ কাৰণে একোজন বনুৱা উপযুক্ত বুলি পৰিগণিত হয়। এইখিনিতেই এটা মন কৰিব লগীয়া কথা আছে। উপাৰ্জ্জন-অধিক ডাঙৰ পামবোৰৰ মানুহে সৰহ ধন পায়। সৰু পামবোৰৰ নেপায়,—সেইবোৰৰ সা-সুবিধাও কম। এইটো এটা স্বাভাৱিক কথা।

বনুৱাক পামৰ উপাৰ্জ্জনৰ এটা ভাগহে দিয়া হয়। সৰহীয়া ভাগটো সেই পামৰ আৰু নিজৰ গাওঁ অঞ্চলৰ সমূহীয়া উন্নতিৰ কাৰণে প্ৰয়োগ কৰা হয়। তাৰে পামৰ কাৰণে ওপৰঞ্চি সজুলি-পাতি কিনা, ঘৰ-দুৱাৰ সজা, বিজুলী যোগানৰ ব্যৱস্থা কৰা ইত্যাদি কাম হয়। ইয়াৰ উপৰিও পুথি-ভঁৰাল, সমূহীয়া স্নান-ঘৰ, আহাৰ-ঘৰ ইত্যাদি সা-সুবিধাবো যোগাৰ কৰা হয়। গাৱঁত পানী যোগান, আলি পদূলিৰ যোগাৰ ইত্যাদি কামো এই কৃষি-পামৰ উপাৰ্জ্জনৰ জৰিয়তে সম্পাদিত হয়। লগতে স্থানীয় পঢ়াশালি আদিৰো যোগাৰ কৰা হয়। এই কৃষি-পামকেন্দ্ৰী পঢ়াশালিবোৰত সাধাৰণ শিক্ষাতকৈ কৃষি-বিদ্যা শিক্ষাৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। কৃষি সম্বন্ধে মাজে সময়ে বিশেষজ্ঞসকলৰ বক্তৃতা আদিও যোগাৰ কৰা হয়। সমূহ উন্নতিমূলক কামৰ আঁচনি প্ৰস্তুতি লগতে এই আঁচনিৰ সম্পাদন কৃষি-পামৰ দায়িত্ব।

## দ্বাস্থ্যবিদ্যা ... ... ...

( ৫ )

গোটেই দিনটো আৰু নিশা এডোখৰলৈকে মস্কো চহৰ আৰু দাঁতিকাষৰীয়া ঠাইবোৰ ঘূৰি পকি চাই মাজনিশা বেলত উঠিলোঁ। লেনিনগ্রেড চহৰলৈ যাব লাগে। চহৰখন সাগৰৰ পাৰত। অতি মনোৰম। ভালেমান জলস্রোতক কেন্দ্র কৰি এই পুৰণি চহৰখন গঢ়ি উঠিছে। মুঠ এশ এটা দ্বীপৰ ই সমষ্টি। কিছুমান দলঙৰ সমষ্টিয়ে চহৰখন সাঙুৰি থৈছে। দলং বোৰ আঁতৰাই দিলে ছিঙি পৰা সাত-শাৰীৰ মণিৰ দৰে চহৰখন ডোখৰ ডোখৰ হৈ পৰিব। নিচেই পুৱাতে আমি লেনিনগ্রেড চহৰ পাইছিলোঁহি। বৰষুণে ধুই যোৱা চহৰ। নিশা সম্ভৱতঃ ধাৰাসাৰে বৰষুণ দিছিল। কান্দুৰী আকাশখনে তেতিয়াও চকুপানী টুকিয়েই আছিল। জিম্ জিম্ জিম্,—বৰষুণৰ শব্দ। কবি ভাঁৰলাইৰ ভাষাতে কবৰ মন যায়ঃ

> "O soft sound of rain
> On earth and on the roofs
> For a heart that is pining
> Oh! the song of the rain."

সেইবুলি সকলো সময়তে লেনিনগ্রেডৰ বৰষুণ "কোমল" হৈ থকা নাছিল। মাজে মাজে খুব টান হৈছিল। ওচৰতে সাগৰখন। ইয়াৰ পৰা বাল্টিক সাগৰ অধিক দূৰ নহয়। আনহাতে চহৰখনৰ প্রায় বুকুৰ পৰাই "গাল্ফ অৱ ফিনলেণ্ড" সমুদ্রাংশ ওলাই গৈছে বুলিব পাৰি। দূৰৈত সাগৰৰ বুকুত এখন সমুদ্রবাহী জাহাজ দেখিছিলোঁ। সাগৰৰ কেঁৰকেঁৰীয়া বতাহে কোবাই আমাৰ হাড়লৈকে কঁপনি তুলিছিল। ইপিনে জাকে জাকে বৰষুণ। সেইবুলি আমাৰ মনৰ উলাহ জানো কমিছিল? জলস্রোতেৰে পূঞ্জীভূত চহৰখন। সাগৰে কোবাই যোৱা একা-বেঁকা পাৰবোৰ। বতাহৰ সংঘাতত নাচি উঠা

সাগৰৰ বুকু,—আনহাতে আকাশত এলান্ধুকলীয়া ডাৱৰবোৰ। আকাশৰ যেন "নিজা ৰং নাই"। সাগৰৰ পাৰত থিয় হৈ যেতিয়া আকাশৰ মুখলৈ চাইছিলোঁ, মনটো এক অলস মধুৰতাই আগুৰি ধৰিছিল।

সময় যে নাই। দ্রুত গতিত যাব লাগে। চাব লাগে। ডাৱৰ চাই উন্মাদ হবলৈ অৱসৰ ক'ত?

লেনিনগ্রেড চহৰখন জলস্রোত, ৰাজ-প্রাসাদ আৰু বৰষুণৰ চহৰ বুলিব পাৰি। ইয়াতেই মস্কোৰ পৰা তুলি আনি পিটাৰ দি গ্রেটে ৰাজধানী পাতিছিল। আজিও সাগৰৰ পাৰত তেওঁৰ বিৰাট এটা ঘোঁৰাৰ পিঠিত উঠি থকা অৱস্থাৰ মূৰ্ত্তি থিয় হৈ আছে। পশ্চাৎপটত আছে মনোৰম উদ্যানেৰে সু-সজ্জিত ৰাজ-প্রাসাদ এটা। লগতে ঘোঁৰাৰ খুৰাৰ গছকত মষিমূৰ হোৱা সাপ এটাৰ দৃশ্য। লিলিক সুধিছিলোঁ: "সাপটো কিহৰ প্রতীক?" এইটো হেনো শত্রুৰ প্রতীক। দৃশ্যটো হৈছে পৰম-পৰাক্রমী ৰাজ-সম্রাটৰ হাতত শত্রু বিনষ্ট হোৱাৰ প্রতীকধৰ্ম্মী প্রকাশ। এনেকৈয়ে পিটাৰ দি গ্রেটে তেওঁৰ শত্রু সমূহক মষিমূৰ কৰিছিল।

এই জনা ৰজা (১৬৭২-১৭২৫) অতি বিচক্ষণ বুদ্ধিৰ ৰাজনীতিবিদ আছিল। চকুৰ আগত ভবিষ্যতৰ এক স্বপ্ন লৈ তেওঁ ৰাষ্ট্র নিৰ্ম্মাণৰ কামত আগবাঢ়িছিল। অৰ্থনৈতিক, সাংস্কৃতিক, বিধানতান্ত্রিক, কোনোটো বিভাগেই তেওঁৰ প্রতিভাৰ স্পৰ্শ নোপোৱাকৈ থকা নাই। তেওঁৰ দিনতেই ছশতকৈ অধিক শিল্প-প্রতিষ্ঠান নিৰ্ম্মাণ হয়। তেওঁৰ যত্নতেই ৰুছ দেশৰ প্রথম বাতৰি কাকত "ভেদ'মষ্টি" প্রকাশ পাইছিল। তেওঁ সমুদ্রগামী জাহাজৰ কাৰণে পোতাশ্রয়ৰ আৱশ্যকতা উপলব্ধি কৰিছিল। ইয়াৰ ব্যৱস্থাও কৰিছিল। কবি-শিল্পীক ৰাষ্ট্ৰৰ পিনৰ পৰা উদগণি দিছিল। বিপ্লবী কবি পুস্কিনে তেওঁৰ কাব্য-পুথিত, বিশেষকৈ "প'লট'ভা" আৰু "দি ব্ৰঞ্জ হৰ্ছমেন"ত, এইজনা সম্রাটৰ গুণগান কৰিছে। আনকি টলষ্টয়ৰ "প্রথম পিটাৰ" বোলা উপন্যাস-খনতো এওঁৰ মনোৰম চিত্র আছে। লেনিনগ্রেডৰ 'পুৰণি নাম

পিটার্চবার্গ। বিপ্লবৰ পিচতহে এই নাম সলনি কৰা হয়। এইজনা সম্রাটে দেশৰক্ষাৰ ক্ষেত্রত নৌ-বাহিনীৰ প্রয়োজনীয়তাৰ কথা বুজিছিল। সেই সময়ত নৌ-বাহিনী যাৰেই টনকীয়াল আছিল, তাৰেই সাম্রাজ্য ৰক্ষা পৰিছিল। নহলে ইংলণ্ডত "ব্রিটেনিয়াই সমুদ্র শাসন কৰে" —এনে ধৰণৰ জাতীয় সঙ্গীত ৰচনা নহলহেঁতেন। এইষাৰ কথা পিটাৰ দি গ্রেটে উপলব্ধি কৰিছিল বাবেই তেওঁ আভ্যন্তৰীণ অঞ্চলত প্রতিষ্ঠিত ৰাজধানী সাগৰৰ পাৰলৈ আনিছিল। দেশ ৰক্ষাৰ কাৰণে সমুদ্র পাৰত অৱলম্বন কৰা ব্যৱস্থা সমূহ আজিও জ্বলজ্বল পট-পটকৈ জিলিকি আছে। এনে এটা সমুদ্রতীৰস্থ গৃহৰ বেলকনিত থিয় হৈ সাগৰ চাইছিলোঁ। প্রায় তিনি শ বছৰৰ আগৰ ছৱি এখন আমাৰ চকুৰ আগত উদ্ভাসিত হৈ উঠিছিল। পিটাৰৰ আমোলৰ ভাস্কর্য্য-কলাৰ নিদর্শন দেখি আচৰিত হৈছিলোঁ। বিধে বিধে ৰাজ-অট্টালিকাৰ পৰা আৰম্ভ কৰি উদ্যান সমূহলৈকে বস্তুবোৰ দেখি কবলৈ মন গৈছিল: "তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ।" অন্তৰত কল্পনা, চকুত স্বপ্ন নেথাকিলে কোনেও দেশ গঢ়িব নোৱাৰে। দেশ গঢ়া আলিৰ দাঁতিৰ শিলিগুটি ভঙা কামেৰে একে নহয়। পেৰিছত ভাঁর্ছাই ৰাজ-প্রাসাদটো দেখি এই ভাব মনলৈ আহিছিল। লেনিনগ্রেড চহৰত পিটাৰৰ সিঁচৰতি হৈ থকা ভাস্কর্য্য নিদর্শনবোৰ দেখি সেই একে ভাবেই মনলৈ আহিছিল। কালস্রোতত সাম্রাজ্য ভাঙি ডোখৰ ডোখৰ হৈছে, সঁচা কথা,—কিন্তু আর্ট? ইয়াৰ মৃত্যু নাই। সঁচা কথা, "নিয়তিৰ সতে মানুহৰ সংগ্রাম অক্ষয়।" কিন্তু আর্ট হৈছে কীৰ্ত্তি-স্তম্ভ,— গৌৰৱাই "মানুহৰ জয়" আৰু "নিয়তিৰ পৰাজয়।"

মোৰ মনে কয়,—এটা শক্তিশালী নৌ-বাহিনী গঢ়ি তোলাৰ উদ্দেশ্যেই পিটাৰে ৰাজধানী নতুন ঠাইলৈ তুলি আনিছিল। মোৰ এই কথাৰ সমর্থন বিচাৰি দুই-চাৰি জনক সুধি চাইছিলোঁ। "কিয় বাৰু পিটাৰে মস্কোৰ পৰা ইয়ালৈ ৰাজধানী তুলি আনিছিল?" ইয়াৰ উত্তৰ এওঁলোকে এনেদৰে দিছিল: "মস্কোত ৰাজ-সম্রাটক

আগুৰি থকা ডা-ডাঙৰীয়াসকল বৰ অত্যাচাৰী হৈ উঠিছিল। তেওঁ-লোকে জন-সাধাৰণৰ ওপৰত অমানুষিক ভাবে অত্যাচাৰ চলাইছিল। এই অত্যাচাৰ বন্ধ কৰিবলৈ কৰা পিটাৰৰ সকলো চেষ্টা ব্যৰ্থ হৈছিল। সেই কাৰণেই ডা-ডাঙৰীয়া সকলক এশিকনি দিওঁ বুলিয়েই তেওঁ ৰাজধানী ইয়ালৈ তুলি আনিছিল।" কথাষাৰ কিমান দূৰ বুৰঞ্জীসম্মত কব নোৱাৰোঁ। এইষাৰ কথা যদি সঁচা হয়, তেন্তে ইয়াৰ জৰিয়তে এটা কথাই স্পষ্ট হৈ ওলাই পৰে,—সেইটো হৈছে পিটাৰ এজন জন-প্ৰেমী ৰাজ-কোঁৱৰ আছিল।

আনহাতে যেতিয়া কওঁ পিটাৰ এজন ইমান উচ্চ মনৰ ৰাজ-সম্ৰাট আছিল ;—চহৰখন তেওঁ ইমান মনোৰমকৈ গঢ়ি তুলিছিল, ইমানবোৰ উদ্যোগ-প্ৰতিষ্ঠান পাতিছিল, এটা শক্তিশালী নৌ-বাহিনী গঢ়ি তুলিছিল, ইমানবোৰ কলা-নিদৰ্শন এৰি থৈ গৈছে,—তেতিয়াও তেওঁ-লোকে সেই একেটা ধ্বনিতে কয়ঃ "এই এটাইবোৰৰ কাৰণে জন-সাধাৰণে নাকেৰে তেজ বটিয়াব লগা হৈছিল।" পিটাৰে ৰাজধানী তুলি আনিলে ডা-ডাঙৰীয়া সকলৰ হাতৰ পৰা জন-সাধাৰণক ৰক্ষা কৰাৰ উদ্দেশ্যে। আনহাতে জন-সাধাৰণক শোষণ কৰি নতুন ৰাজ-ধানীখন গঢ়ি তুলিলে,—দুয়োটা কথা যোৰা দিবলৈ টান। আনহাতে আমি যেতিয়া পিটাৰৰ কীৰ্ত্তি-কলাপৰ কথা কওঁ, তেতিয়া তেওঁলোকৰ অন্তৰ গৰ্ব্বত উপচি পৰা অনুমান কৰিব পাৰোঁ। চকুত তৃপ্তিৰ জেউতি। সেইবুলি নতুন ৰাজনৈতিক দৰ্শনৰ শ্লোগানটোও পাহৰিব পৰা নাই। এলজেব্ৰাৰ ফৰ্ম্মুলা মনত ৰখা দি মনত ৰাখিছে। সুবিধা পালেই সময়ে অসময়ে গুটি চলাই দিয়ে,—কেতিয়াবা লাগে। কেতিয়াবা একেবাৰে কালৰি কাটি যায়।

লেনিনগ্ৰেডত আৰ্ট-গেলেৰী চোৱাৰ বাহিৰেও খেলৰ ষ্টেডিয়ামটোও চাবলৈ গৈছিলোঁ। ইয়াৰ নাম "কিৰিভ্ ষ্টেডিয়াম।" এই ষ্টেডিয়ামটো ১৯৫০ চনত সজা হৈছিল। একেবাৰে সাগৰৰ উপকূলত অৱস্থিত বস্তুটো। চালে চকুৰোৱা। ইয়াৰ পিচত চহৰৰ পৰা দূৰত অৱস্থিত

পিটাৰৰ দিনৰ এখন পাৰ্ক চাবলৈ গৈছিলোঁ। বৰ্ত্তমান এই পাৰ্কখনৰ ভালেখিনি সালসলনি কৰা হৈছে। যোৱা মহাযুদ্ধৰ সময়ত জাৰ্ম্মান সৈন্য-বাহিনীৰ আক্ৰমণত ইয়াৰ যথেষ্ট ক্ষতি হৈছিল। এতিয়া তাৰে কিছুমান আকৌ নতুনকৈ সজাই তোলা হৈছে। ইয়াতো এটা ৰাজ-প্ৰাসাদ আছে। ৰাজ-প্ৰাসাদৰ সমুখৰ উদ্যানখন, সাগৰলৈকে বৈ যোৱা কৃত্ৰিম ক্লেনেলটো আৰু মূৰ্ত্তিবোৰ অতি চমৎকাৰ বস্তু। মূৰ্ত্তিবোৰত গ্ৰীক ভাস্কৰ্য্যৰ কলা-নিদৰ্শন ফৰিংফুটা হৈ আছে। মই ডক্টৰ কুপ্ৰুকক কৈছিলোঁ: "এয়া দেখোন হেলেনিক সভ্যতাৰ এটা অংশ বিশেষ।" তেওঁ কৈছিল: "হয়। হেলেনিক সভ্যতা সেইকালত এই গোটেই অঞ্চলবোৰ বিয়পি পৰিছিল। ই ইমান শক্তিশালী আছিল।"

যোজন জোৰা পাৰ্ক। অসংখ্য মূৰ্ত্তি। নানা ধৰণৰ পানীৰ খেল। উদ্যান। গছ-গছনি। পাৰ্কখনৰ সোঁ মাজতে এটা ফাউণ্টেন আছে। নাম হৈছে পিৰামিড ফাউণ্টেন। বস্তুটো এটা পিৰামিডৰ আকাৰত সজা হৈছে। তলৰ পানীৰ বিস্তৃত সমষ্টি স্তৰে স্তৰে ক্ৰমাৎ ক্ষীণ হৈ গৈ শীৰ্ষ-বিন্দুত এডাল ৰেশম সূতাৰ আকৃতি লৈছে। ইয়াৰ উপৰিও আন এটা চালে চকুৰোৱা বস্তু হৈছে আডম ফাউণ্টেন। লগত ইভ নাই। অকল আডমহে আছে। মূৰ্ত্তিটো ওঠৰ শতিকাত এজন ইটালীয়ান শিল্পীয়ে সাজিছিল। ইয়াৰ বাহিৰেও আন কিছুমান মূৰ্ত্তিও আছে। অতি চমৎকাৰ মূৰ্ত্তি। তাৰে এটা দেখিছিলোঁ,— এগৰাকী নাৰী মূৰ্ত্তি। হাতত এটা দীঘলীয়া কলহ। এটা কাব্যিক ভঙ্গীত একতীয়াকৈ পানী বাকি আছে। অবাৰিত ভাবে কলহটোৰ পৰা পানী পৰিয়েই আছে। কেউপিনে গছ-গছনি। শকুন্তলাহে যেন,—গছৰ গুৰিত পানী দিছে। পিচফালৰ পৰা চাদৰৰ আগটো মুখেৰে আজুৰি থকা হৰিণাটোহে নাই। থাকিলেও সি আজুৰিবলৈ চাদৰ নেপালেহেঁতেন। শকুন্তলাৰ দেহ-সৌষ্ঠৱ আছিল আবৃত। মূৰ্ত্তিটো হৈছে অনাবৃত দেহ-সৌষ্ঠৱৰ প্ৰতীক। পাৰ্কখন বৰ্ণাবলৈ গলে দীঘলীয়া হোৱাৰ আশঙ্কা। ইয়াক চকুৰে নেচালে কল্পনা কৰা টান।

লেনিনগ্রেডত দুদিন থকাৰ পিছত মস্কোলৈ আকৌ উলটি আহিলোঁ। সেই একে চিনাকি ৰাজপথ। একে চিনাকি হোটেলটো। হোটেলত কাম কৰা সেই একে চিনাকি ছোৱালীবোৰ।

"কত অজানাৰে জানাইলে তুমি,
কত ঘৰে দিলে ঠাই।
দূৰকে কৰিলে নিকট, বন্ধু,
পৰকে কৰিলে ভাই।"

মস্কো চহৰৰ জন-সংখ্যা হৈছে পঞ্চাছ লাখ। চহৰৰ দাঁতিকাষৰীয়া অঞ্চল এটালৈ গৈছিলোঁ। বনুৱাৰ বাস-ভৱন চাবলৈ আৰু লগতে অন্যান্য সা-সুবিধাৰ বিষয়ে সম্ভেদ লবলৈ। মস্কো চহৰত এতিয়াও সংগঠনৰ কাম পূর্ণ উদ্যমেৰে চলি আছে। নতুন নতুন ঘৰ হৈছে। এওঁলোকৰ আঁচনি মতে চহৰখনত বছৰি ১,১৯৬,০০০ বর্গ গজ বাস-ভৱনৰ ঠাই সজা হৈছে। দুই এটা যুক্তৰাষ্ট্ৰৰ দৰে স্কাইস্কেপাৰো আছে। বৰ্ত্তমান তেওঁলোকে স্কাইস্কেপাৰ সাজিবলৈ এৰি দিছে। ঘৰবোৰত অনাৱশ্যকীয় কাৰুকাৰ্য্য কৰিবলৈকো এৰি দিছে। এনেদৰে সজা বিৰাট বাস-ভৱনসমূহক "apartment house" বোলা হয়। লিলিয়ে কলে: "এতিয়ালৈকে এনে ঘৰ যোল্লটা সজা হৈছে। প্ৰত্যেকটোত এহেজাৰকৈ ফ্লেট আছে। একোটা পৰিয়ালত চাৰি-জনকৈ মানুহ হলে মুঠ চাৰি হেজাৰ মানুহ থাকিব পাৰে।"

গোটেই মস্কো চহৰখনেই ৰাষ্ট্ৰৰ বস্তু। ইয়াৰ ব্যৱসায়-বাণিজ্য, দোকান-পোহাৰ, ঘৰ-দুৱাৰ সকলো ৰাষ্ট্ৰৰ বস্তু। মানুহে ভাড়া দি ঘৰত থাকে। দোকান-পোহাৰত কাম কৰা মানুহবোৰে দৰমহা পায়। এটাইবোৰ ৰাষ্ট্ৰীয় বস্তু-সম্ভাৰ,—ঘৰ-দুৱাৰ, ফেক্টৰী, কৃষি-পাম আদি ৰাষ্ট্ৰীয় বিষয়াসকলৰ দ্বাৰা পৰিচালিত হয়। সমূহীয়া অনুষ্ঠানসমূহ ৰাইজৰ প্ৰতিনিধিৰ দ্বাৰা পৰিচালিত হয়। ৰাষ্ট্ৰ-পৰিচালিত অনুষ্ঠানসমূহৰ,—কৃষি-পাম, ফেক্টৰী, দোকান-পোহাৰ সকলোৰে উৎপাদনসমূহ

পোনপটীয়াকৈ ৰাষ্ট্ৰৰ পুজিলৈ যায়। কামৰ নিৰিখ অনুপাতে দৰমহাৰ বাহিৰে বনুৱাই ইয়াৰ ভাগ নেপায়। সমূহীয়া অনুষ্ঠানৰ উৎপাদন-সমূহ, যিহেতু ৰাইজৰ দ্বাৰা পৰিচালিত, সভ্যসকলৰ বস্তু। ইয়াৰ ব্যৱস্থা তেওঁলোকে নিজে গ্ৰহণ কৰে। ৰাষ্ট্ৰীয় উদ্যোগ-অনুষ্ঠান আৰু সমূহীয়া অনুষ্ঠান,—দুয়োটাৰে কাম একোখন পূৰ্ব্ব-পৰিকল্পিত আঁচনি অনুযায়ী হয়। দুয়োটা অনুষ্ঠানতে বনুৱাক এটা পদ্ধতি অনুসৰি বানচ দিয়া হয়। পদ্ধতিটো হৈছে: "to each according to his work"। অৰ্থাৎ কাম অনুপাতে দৰমহা। ইয়াৰ জৰিয়তে বাস্তৱ ক্ষেত্ৰত "to each according to his needs" বোলা দৰ্শনৰ পৰিবৰ্ত্তন সাধন কৰা হৈছে। এইবাৰ কথা ইয়াৰ যেই কোনো মানুহকে সুধিলেই কব। দিনটোত বনুৱাৰ কামৰ সময় হৈছে আঠ ঘণ্টা—ষোল বছৰৰ পৰা ওঠৰ বছৰৰ ল'ৰা-ছোৱালীৰ বাবে হৈছে ছ ঘণ্টা।

ছোভিয়েট ইউনিয়নত এটাইতকৈ ডাঙৰ অভাব হৈছে কাম কৰা মানুহৰ। যিমান কাম সেই অনুপাতে মানুহ নাই। পুৰুষ স্ত্ৰী উভয়ে সমানে কাম কৰিও আগুৰিব পৰা নাই। গতিকেই চহৰ-বোৰত বৰ বৰ পোষ্টাৰ দেখা যায়। মানুহ লাগে। কয়লাখনি, মাছমৰীয়াৰ নাও, কাঠৰ মিস্ত্ৰী ইত্যাদি কাম কৰিবলৈ মানুহ লাগে। দেশৰ অগ্ৰগতিৰ কাম দ্ৰুতগতিত আগবঢ়াই নিবলৈ মানুহ লাগে। মানুহ কিন্তু ক'ত?

ছোভিয়েট ইউনিয়ন হৈছে এখন বিৰাট দেশ। ই আমেৰিকাৰ যুক্তৰাষ্ট্ৰতকৈ তিনিগুণ ডাঙৰ। গ্ৰেট ব্ৰিটেন, ইটালী, স্পেইন আৰু ফ্ৰান্স একগোট কৰিলে যিমান হব তাতোকৈ ই·চৌধগুণ ডাঙৰ। ইয়াৰ মাটিকালি হৈছে ৮,৬৪৬,৪০০ বৰ্গ মাইল। কিন্তু এই বিৰাট ভূমিখণ্ডৰ জনসংখ্যা হৈছে মাথোন দু'শ মিলিয়ন। অৰ্থাৎ প্ৰতি বৰ্গ-মাইলে মাথোন ২৩ জন মানুহৰ বসতি। গতিকে ইয়াত চকুৰে মনিব নোৱাৰাকৈ বহল উদং মাটি দেখা যায়। ইয়াৰ লগত আমি আন দেশৰ জন-সংখ্যাৰ কথা বিজাই চাব পাৰোঁ। চীনদেশত প্ৰতি বৰ্গমাইলে-

জন-বসতিৰ হেঁচা হৈছে ১২৩। আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ ৫০। আৰু আমাৰ? ১৯৫১ চনৰ সংখ্যা-গণনা মতে প্ৰতি বৰ্গমাইলে জন-বসতিৰ হেঁচা হৈছে ২৯৬। বৰ্ত্তমান ই তিনি শৰো অধিক হৈছে। কাৰণ প্ৰত্যেক বছৰে আমাৰ জন-সমষ্টি ৫০ লাখকৈ বাঢ়িয়েই আছে। গতিকে ৰুছিয়াই যেতিয়া ২৩ খন মুখৰ বাবে, যুক্তৰাষ্ট্ৰই যেতিয়া ৫০ খন মুখৰ বাবে, চীনদেশে যেতিয়া ১২৩ খন মুখৰ বাবে ভাতৰ যোগাৰ কৰিব লগা হয়, আমাৰ তেতিয়া ২৯৬ খন মুখৰ কথা ভাবিব লগা হয়। এয়েই পাৰ্থক্য।

আমাৰ সমস্যা হৈছে জন-সংখ্যা নিয়ন্ত্ৰণ। (ৰুছিয়াৰ সমস্যা হৈছে জন-সংখ্যা বৃদ্ধি। গতিকেই ইয়াত সন্তান বৃদ্ধিৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। পাঁচোটাতকৈ অধিক ল'ৰা-ছোৱালীৰ জন্ম দিব পৰা মাতৃক বিশেষ বঁটা দিয়া হয়।) তাতোকৈ অধিক সন্তান জন্ম-দায়িনী মাতৃক "মাতৃ-বীৰাঙ্গনা" আদি সন্মানেৰে বিভূষিত কৰা হয়। নাৰীৰ গৌৰৱ মাতৃত্বত। আমাক আহাৰ দিয়া তজবজীয়া ছোৱালী এজনীক সুধি চাইছিলোঁ। তাইৰ বিয়া হৈছে নে নাই হোৱা বুলি। তাই সগৌৰৱেৰে কলে: "হৈছে। মোৰ এতিয়ালৈকে সাতটা ল'ৰা-ছোৱালী হৈছে। গোটেই কেইটাই আছে।" মই আচৰিত হৈ গলোঁ—সাতটা ল'ৰা-ছোৱালী যদিও তাই অকণো পোতোকা নপৰাকৈয়ে আছে। আকৌ বিয়া দিওঁ বুলিলে বিয়া দিব পাৰি।

ছোভিয়েট ইউনিয়নত জাৰজ সন্তানকো স্বাভাৱিক সন্তানৰ সমানেই সামাজিক মান-মৰ্য্যাদা প্ৰদান কৰা হয়। কথাষাৰ দেখি মোৰ ভাল লাগিছিল। জাৰজ সন্তানৰ মাকো মাক। জাৰজ সন্তানো সন্তান। জাৰজ সন্তান চৰকাৰৰ বহিত ৰেজিষ্টাৰ কৰিলেই হল। ৰাষ্ট্ৰীয় সকলো সা-সুবিধা সমানে উপভোগ কৰাৰ অধিকাৰ প্ৰাপ্ত হয়। এওঁলোকৰ বিবাহ আইনৰ সোতৰ ধাৰাত এনেদৰে আছে:

> "Upon registering a child born out of wedlock, the child receives the mother's family name and a patronymic of the mother's choice."

· ৰাষ্ট্ৰীয় আইনে স্বীকাৰ কৰি লোৱা নীতি সমাজেও স্বীকাৰ কৰি লৈছে। কুন্তী মাতৃ আৰু অধিক সন্তান জন্ম-দায়িনী মাতৃক সমাজে ধন দিও সহায় কৰে।

ছোভিয়েট ইউনিয়নত পুৰুষতকৈ নাৰীৰ সংখ্যা সৰহ। নাৰীয়ে পুৰুষৰ সমানে স্বত্ব আদি উপভোগ কৰাৰ উপৰিও, প্ৰায়বোৰ কৰ্ম্ম-বিভাগতে পুৰুষতকৈ নাৰীৰ প্ৰভাব সৰহ যেন অনুমান হৈছিল। সংখ্যা অনুপাতেও প্ৰায়বোৰ কৰ্ম্মবিভাগতে নাৰীৰ অধিক প্ৰাধান্য। উদাহৰণ স্বৰূপে কব পাৰি ;—দেশৰ বিশেষজ্ঞসকলৰ ভিতৰত শতকৰা ৭০ গৰাকী মহিলা। সেইদৰে চিকিৎসা ক্ষেত্ৰত শতকৰা ৭৫ গৰাকী মহিলা। পুৰুষৰ সংখ্যাতকৈ নাৰীৰ সংখ্যা অধিক হোৱা কাৰণে নাৰীৰ জীৱনত বিয়া-বাৰু কৰাই ঘৰ-সংসাৰ পতা সমস্যাই যে দেখা দিয়া নাই, এনে নহয়। ছোৱালীবোৰৰ মাজত ই কিছু হতাশাৰ সৃষ্টি নকৰাকৈয়ো থকা নাই। লিলিক মই কৈছিলোঁ: "আকৌ কেতিয়াবাকৈ তোমালোকৰ দেশলৈ যদি আহোঁ, তোমাক গৃহিনী-স্বৰূপে দেখা পাবলৈ ইচ্ছা কৰিলোঁ।" তাই কলে: "এইটোৱেই হৈছে আমাৰ কাৰণে ডাঙৰ সমস্যা। দৰা পোৱা টান।" আমি তেতিয়া ওচৰাওচৰিকৈ বহি নিশাৰ আহাৰ খাইছিলোঁ। চিগাৰেটৰ ধোঁৱাবোৰ অকাই পকাই ওপৰলৈ উৰিছিল। বহি বহি আমি কথা পাতিছিলোঁ। লিলিৰ ব্ৰাউন ৰঙৰ চকুহাল ক্ৰমাৎ বঙা আৰু পনীয়া পনীয়া লাগিছিল। "দৰা? দৰা পোৱা বৰ টান। আপুনি নেজানে কিমান টান।" এই বুলি তাই এটাৰ পিছত এটাকৈ আমেৰিকান চুৰট জ্বলাইছিল। ভদকাৰ নৈ বৈছিল। বৰ চোকা।

ছোভিয়েট ইউনিয়ন হৈছে পোন্ধৰখন ৰাষ্ট্ৰ বা প্ৰদেশৰ সমষ্টি। কোনোখন ডাঙৰ। কোনোখন সৰু। এইবোৰক স্বতন্ত্ৰ ৰাষ্ট্ৰ বোলা হয় যদিও প্ৰকৃতপক্ষে ইয়াৰ [illegible]বোৰ বিধি-ব্যৱস্থা কেন্দ্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হয়। যুদ্ধ, [illegible] ইত্যাদি বিষয় সমূহৰ বাহিৰেও সাংস্কৃতিক, অৰ্থনৈতিক ইত্যাদি বিধি-ব্যৱস্থা সমস্তো কেন্দ্ৰৰ দ্বাৰা

পৰিচালিত। ছুপ্ৰীম ছোভিয়েটৰ সভাপতি লেবানভে সোণ-পানী চৰোৱা তেওঁলোকৰ এখন বিধান-তন্ত্ৰ উপহাৰ দিছিল। ইয়াৰ মতে কেন্দ্ৰীয় ৰাষ্ট্ৰীয় ক্ষমতা ছুপ্ৰীম ছোভিয়েট,*সাৰ্ব্বভৌম সংসদৰ হাতত ন্যস্ত। ইয়াৰ জীৱন-কাল হৈছে চাৰি বছৰ। এই সাৰ্ব্বভৌম সংসদখনৰ অন্তৰভুক্ত দুখন পৰিষদ আছে। এখন হৈছে ছোভিয়েট অব দি ইউনিয়ন। আন খন হৈছে ছোভিয়েট অব নেছনেলিটিছ। ছোভিয়েট ইউনিয়ন হৈছে নানাবিধ জাতি, উপ-জাতিৰ সমষ্টি ভূমি। মানুহবোৰৰ মুখলৈ চালেই ধৰিব পাৰি। দ্বিতীয়খন পৰিষদৰ দায়িত্ব হৈছে এই জাতি, উপ-জাতি সকলৰ স্বাৰ্থ ৰক্ষা কৰা। ইয়াৰ বাবে প্ৰত্যেকখন প্ৰদেশৰ পৰা ২৫ জনকৈ প্ৰতিনিধি অনা,—সি সৰু প্ৰদেশেই হওক বা ডাঙৰ প্ৰদেশেই হওক, প্ৰতিনিধিৰ সংখ্যা সমান। কম বেচি নাই। প্ৰথম খনৰ বাবে জন-সংখ্যাৰ একোট্ৰা ৩৫০,০০০ গোটৰ ভেটিত একোজনকৈ প্ৰতিনিধি নিৰ্ব্বাচন কৰা হয়। সাধাৰণতে বছৰত দুবাৰকৈ ছুপ্ৰীম ছোভিয়েটৰ অধিবেশন বহে। প্ৰয়োজন হলে প্ৰেছিডিয়ামৰ নিৰ্দ্দেশ অনুসৰি বিশেষ অধিবেশনো বহিব পাৰে। প্ৰথমখন পৰিষদত ৭৩৮ জন আৰু দ্বিতীয়খনত ৬৪০ জন সদস্য আছে। এইবোৰ কথা ক্ৰেমলীন কক্ষত বহুৱাই লৈ আমাক, সংসদী সদস্য কেইজনক, ছুপ্ৰীম ছোভিয়েটৰ সভাপতি লেবানভে কৈছিল। সমুখত "চে" আৰু "কফে" থোৱাই আছিল। চাহক এওঁলোকে "চে" বোলে। এনেদৰে আৰু কিছুমান ভাৰতীয় শব্দৰ লগত, বিশেষকৈ সংস্কৃত ভাষাৰ শব্দৰ লগত, এওঁলোকৰ মিল পাইছিলোঁ। অৱশ্যে এইবোৰ শব্দৰ আধৈ ৰৱত আমাৰ সদায়ে কুটিয়েই থাকে।

ছোভিয়েট ইউনিয়নৰ নিৰ্ব্বাচন কেনেকৈ হয় জানিবলৈ মন গৈছিল। প্ৰতিদ্বন্দ্বিতা নহলে প্ৰকৃত নিৰ্ব্বাচন হব নোৱাৰে। ইয়াত এটা দলৰ বাহিৰে আন কোনো দল নাই যেতিয়া প্ৰতিদ্বন্দ্বিতা কেনেকৈ হয় জানিবলৈ বৰ মন গৈছিল। প্ৰথম কথা হৈছে ওঠৰ বছৰৰ ওপৰৰ প্ৰত্যেক জন পুৰুষ মহিলাই নিৰ্ব্বাচনত অংশ গ্ৰহণ

কৰিব পাৰে,—অৰ্থাৎ বাছনিৰ অধিকাৰ পায়। আনহাতে নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ অধিকাৰ প্ৰাপ্ত হবলৈ হলে পুৰুষ মহিলা কাৰো বয়স তেইছৰ কম হব নোৱাৰিব। পৰিষদৰ সদস্য হবলৈ হলে এইটোৱেই সৰ্ব্বনিম্ন বয়স।

এতিয়া প্ৰশ্ন হৈছে নিৰ্ব্বাচনৰ প্ৰণালী কি? প্ৰেছিডিয়েমৰ নিৰ্দ্দেশ অনুসৰি কেন্দ্ৰীয় নিৰ্ব্বাচন সমিতিয়ে নিৰ্ব্বাচনৰ সমূহ দায়িত্ব গ্ৰহণ কৰে। ইয়াৰ অধীনত কিছুমান কমিটি থাকে। ইয়াক ইলেক্‌টৰেল কমিছন বুলিব পাৰি। ইয়াৰ সদস্যসমূহ ৰাজহুৱা অনুষ্ঠান বিশেষৰ পৰা অনা হয়। এইদৰে বিধে বিধে ৰাজহুৱা অনুষ্ঠানবোৰৰ পৰা প্ৰতিনিধি আনোতে ইলেক্‌টৰেল কমিছন সমূহৰ সদস্য সংখ্যা ভালেমান হোৱাটো স্বাভাৱিক। উদাহৰণ স্বৰূপে ১৯৫৮ চনত ইয়াৰ সদস্য-সংখ্যা মুঠ ১,২০০,০০০ হৈছিল। এইদৰে প্ৰতিনিধিত্বৰ দায়িত্বপ্ৰাপ্ত অনুষ্ঠানবোৰ হৈছে: (১) সকলোবোৰ বনুৱা আৰু বিষয়াৰ সংঘ (২) সমূহীয়া সংঘ (৩) যুবক সংঘ (৪) সাংস্কৃতিক সংঘ (৫) বুদ্ধিজীৱী সংঘ (৬) কৃষি-পাম সংঘ (৭) সৈন্য সংঘ। কেৱল গীৰ্জ্জা-সংঘবহে ইলেক্‌টৰেল কমিছনত কোনো ঠাই নাই। ইয়াৰ বাহিৰে প্ৰত্যেক সংঘৰে প্ৰতিনিধিৰ বাবে ঠাই আছে।

এতিয়া প্ৰশ্ন হৈছে, এই সংঘবোৰে কেনেকৈ একোটা সিদ্ধান্তত উপনীত হয়? প্ৰত্যেক সংঘতে,—সি কৃষকৰ সংঘই হওক বা বুদ্ধিজীৱীৰ সংঘই হওক, সকলৈকে হলেও একোটা কমিউনিষ্ট পাৰ্টিৰ শাখা-সমিতি আছে। আন দল নাই যেতিয়া প্ৰত্যেক সংঘৰে ৰাজনৈতিক কথাবোৰ কমিউনিষ্ট পাৰ্টিৰ শাখা-সমিতি সমূহৰ জৰিয়তে হয়। পাৰ্টিয়ে সাধাৰণতে নিজৰ নামত কাম নকৰে। এনেবোৰ সংঘ বা ইউনিয়নৰ জৰিয়তেহে কাম কৰে। সংঘবোৰৰ প্ৰতিনিধিৰ উপৰিও ইলেক্‌টৰেল কমিছনবোৰত কমিউনিষ্ট পাৰ্টিৰ স্বকীয়া প্ৰতিনিধিও থাকে। প্ৰত্যেক সংঘ বা ইউনিয়নে নিজৰ নিজৰ পাৰ্টিৰ শাখা-সমিতিবোৰৰ পৰামৰ্শ অনুসৰি এখন নিৰ্ব্বাচনৰ বাবে প্ৰাৰ্থীৰ তালিকা প্ৰস্তুত কৰে।

নিৰ্ব্বাচনত কোনো নিজে উঠোঁ বুলি উঠিব নোৱাৰে। এইদৰে সংঘ সমূহে প্ৰস্তুত কৰা প্ৰাৰ্থীৰ তালিকাৰ ব্যক্তিসমূহ "বিশ্বাস-যোগ্য" হব লাগিব। অন্ততঃ পাৰ্টিৰ দৃষ্টিভঙ্গীৰ পিনৰ পৰা। এই "বিশ্বাস-যোগ্যতা"ৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। এক্লোখন্ন তালিকাত এজনৰ পৰা তিনিজনলৈ প্ৰাৰ্থীৰ নাম অনুমোদন কৰা হয়। অৱশেষত যেতিয়া প্ৰাৰ্থীৰ চূড়ান্ত সিদ্ধান্ত কৰা হয়, তেতিয়া এজনক অনুমোদন কৰি বাকী দুজনক বহিৰলৈ নিৰ্দ্দেশ দিয়া হয়। একোটা সমষ্টিৰ কাৰণে এজনতকৈ অধিক প্ৰাৰ্থী নেথাকে। অৱশেষত নিৰ্ব্বাচন অনুষ্ঠিত হয়। ইচ্ছা কৰিলে কোনোৱে এইদৰে প্ৰতিদ্বন্দ্বিতা (?) কৰা প্ৰাৰ্থীজনৰ বিপক্ষেও ভোট দিব পাৰে। এই ভোট কিন্তু কাৰো সপক্ষে নহয়। কাৰোবাৰ সপক্ষে ভোট দিবলৈ এজনৰ বাহিৰে আৰু দ্বিতীয় এজন প্ৰাৰ্থী যে নাই। যাতে বিপক্ষে দিয়া ভোটৰ সংখ্যা অধিক নহয়, সেইফালেও কমিউনিষ্ট পাৰ্টিয়ে নিৰ্ব্বাচনৰ কেন্দ্ৰ-সমূহত চোকা দৃষ্টি ৰাখে। আজিলৈকে এনেধৰণৰ ভোটৰ সংখ্যা নগণ্য বুলিব পাৰি।

নিৰ্ব্বাচন আন কোনো বাৰে নহয়,—দেওবাৰেহে হয়। ভোট লোৱাৰ সময় পুৱা ছয় বজাৰ পৰা মাজনিশালৈকে। বৰ্ত্তমান শতকৰা ৯৯.৯০ জনলৈকে ভোট দিয়াৰ ৰেকৰ্ড আছে। কমিউনিষ্ট পাৰ্টিৰ তৎপৰতাই হৈছে ইমান সৰহ সংখ্যক মানুহৰ ভোট দিবলৈ অহাৰ ঘাই কাৰণ। এনেদৰে নিৰ্ব্বাচিত হোৱা সদস্যসকলৰ ভিতৰত পাৰ্টিৰ সদস্য-সংখ্যাই স্বাভাৱিকতে অধিক। কাৰণ তেওঁলোক অধিক "বিশ্বাস-যোগ্য।"

মোক ছচিয়েলিষ্ট বুলি জানি কিছুমানে বিশেষ সমাদৰ কৰিছিল। এটা যেন ঘন আত্মীয়তা বিচাৰি পাইছিল। ইয়াত দেখিছিলোঁ,—এওঁলোকে দেশৰ কথা কওঁতে, দেশৰ বিধি-ব্যৱস্থাৰ কথা কওঁতে সদায়েই ছচিয়েলিষ্ট শব্দটোহে ব্যৱহাৰ কৰে। দেশখনৰ নামো ছচিয়েলিষ্ট ৰিপাব্লিকহে। কমিউনিষ্ট শব্দটো প্ৰায় ব্যৱহাৰ নহয়েই বুলিব লাগে,—কেৱল পাৰ্টিৰ কথা কোৱাৰ বাহিৰে। ইয়াৰে এজন ডেকা কমিউনিষ্টক সুধিছিলোঁ। মানুহজনৰ লগত মোৰ বিশেষ

বন্ধুত্ব হৈছিল। "আপোনালোকৰ এই অনুষ্ঠানবোৰ, ইউনিয়নবোৰ কোনে পৰিচালনা কৰে? আপোনালোকৰ পাৰ্টিৰ সভ্য সংখ্যা কিমান?" তেওঁ সৰ্ব্বমুঠ সাত মিলিয়ন অৰ্থাৎ সত্তৰ লাখ বুলি জনালে।

ছোভিয়েট ইউনিয়নৰ ২০০ মিলিয়ন জন-সংখ্যাক সত্তৰ লাখ কমিউনিষ্ট পাৰ্টিৰ মানুহে কেনেকৈ পৰিচালনা কৰে জানিবলৈ বৰ মন গৈছিল। অৱশেষত ডেকা বন্ধুজনৰ পৰা সকলো খবৰ পাইছিলোঁ। মানুহজন বৰ স্পষ্টবাদী,—সেই কাৰণে বৰ ভাল লাগিছিল। ভদকাই আমাৰ মাজৰ বন্ধুত্বৰ দলংখন কটকটীয়া কৰিছিল। তেওঁ কৈছিল: "কমিউনিষ্ট পাৰ্টিয়েই হৈছে ছোভিয়েট ইউনিয়নৰ একমাত্ৰ ৰাজনৈতিক গুৰিয়াল,—its political leader. প্ৰত্যেক সংঘৰ ভিতৰত আমাৰ কমিউনিষ্ট পাৰ্টিৰ যি সদস্যসকল আছে, তাৰ জৰিয়তে পাৰ্টিয়ে কাম কৰে। প্ৰত্যেক উদ্যোগ, শিল্প-প্ৰতিষ্ঠান, কৃষি-পাম, আন আন অনুষ্ঠান,—সকলোতে আমাৰ পাৰ্টিৰ একোটা গ্ৰুপ আছে। এই গ্ৰুপবোৰে বনুৱা আৰু প্ৰশাসনৰ মাজত মধ্যস্থতা কৰি পাৰ্টিৰ নীতিসমূহ কাৰ্য্যকৰী কৰে। এনেধৰণৰ পন্থা গ্ৰহণ কৰি আমি কৃতকাৰ্য্য হৈছোঁ।" বৰ আচৰিত হৈছিলোঁ,—এওঁলোকে এনে এটা সমাজ-ব্যৱস্থা গঢ়ি তুলিছে য'ত মাথোন এটা ৰাজনৈতিক দল,—মুকলি নিৰ্ব্বাচন নাই। প্ৰতিদ্বন্দ্বিতা নাই। য'ত কৃষক, বনুৱাই নিজৰ দাবী পূৰণৰ কাৰণে কোনো আন্দোলন কৰিব নোৱাৰে। য'ত বাতৰি-কাকতে চৰকাৰৰ কাৰ্য্যাৱলীক নিৰ্ব্বিবাদে সমৰ্থন জনোৱাৰ বাহিৰে প্ৰতিবাদ জনাব নোৱাৰে,—কোনো কথাতেই। য'ত মানুহে যৌন-আবেদনৰ পৰা আৰম্ভ কৰি সংস্কৃতিমূলক সকলো কথা পাতে,—কিন্তু ৰাজনীতিৰ কথা ওলালেই মুখ বন্ধ হৈ যায়। কথাবোৰ দেখি শুনি মোৰ মাৰ্ক্সহামৰ সেই বিখ্যাত কবিতাটোলৈ মনত পৰিছিল:

"Bowed by the weight of centuries he leans
Upon his hoe and gazes on the ground,
The emptiness of ages on his face,
And on his back the burden of the world."

মানুহৰ জীৱনলৈ প্ৰকৃত শান্তি আহিছে ক'ত ? এওঁলোকে দেখিছোঁ সকলো কথাৰে আলোচনা কৰে, কিন্তু ৰাজনৈতিক কথা ওলালেই হয় মনে মনে থাকে, নহয় চাৰিউকালে আতুৰত চায়। ৰাজনৈতিক বিষয়ে কিবা কবলৈ থাকিলেও অকলশৰীয়াকৈহে কয়,— যেতিয়া ওচৰত বা লগত কোনো নেথাকে। আগেয়ে "এইটো কাম কোনে কৰিছে" বুলি সুধিলে তেওঁলোকে কৈছিল "ষ্টেলিনে।" আজিকালি সেইদৰে নকয়। তেওঁলোকক এনে ধৰণৰ দুই চাৰিটা কথা সুধি চাইছিলোঁ। আজিকালি তেওঁলোকে "Tsentralni Kommitiet" অৰ্থাৎ চেণ্ট্ৰেল কমিটিয়ে কৰিছে (কমিউনিষ্ট পাৰ্টিৰ) বুলি কয়। এতিয়া কমিউনিস্ট পাৰ্টিৰ মুখ্য সম্পাদক ক্ৰুশ্বেভ প্ৰধান মন্ত্ৰী হবৰ পৰা পাৰ্টি আৰু চৰকাৰৰ মাজত যি অকণমান ব্যৱধান আছিল, সিয়ো অন্তৰ্দ্ধান হৈছে।

বৰ্ত্তমান ছোভিয়েট ৰুছিয়ালৈ আগতকৈ সৰহ সংখ্যক ভ্ৰমণকাৰী আহিবলৈ লৈছে। সেই পিনৰ পৰা চাবলৈ গলে লৌহ-পৰ্দ্দা কিছুদূৰ দাং খাইছে। আগতে কোৱা হৈছে ১৯৫৭ চনটোৰ ভিতৰত মুঠ পাঁচ লাখ মানুহে এইখন দেশ ভ্ৰমণ কৰিছে। ইয়াৰ ভিতৰত অৱশ্যে সৰহ ভাগেই হৈছে চীন দেশ বা পূব ইউৰোপৰ ভ্ৰমণকাৰী। যুক্তৰাষ্ট্ৰ আদিৰ পৰাও মানুহ আহিছে। বাহিৰৰ মানুহৰ সংস্পৰ্শত ইয়াৰ, বিশেষকৈ চহৰৰ মানুহৰ মাজত, কিছু অন্তৰদ্বন্দ্বৰ সৃষ্টি নোহোৱাকৈ যে আছে, এনে নহয়। মানুহে ভাবিবলৈ লৈছে,— ক'তা আনদেশৰ মানুহৰ অৱস্থা যিমান বেয়া বুলি আমাক কোৱা হৈছিল, সিমান বেয়াতো নহয়।

মস্কো চহৰত দেখিছোঁ,—সৰ্ব্ব-সাধাৰণ মানুহৰ গাত ভাল চোলা বা কাপোৰ খুব কমেই দেখা যায়। ভৰিত সেইদৰে চিকচিকীয়া জোতা দেখিবলৈ নাই। ভাল জোতাতো দূৰৰ কথা। পিন্ধন-উৰণ চাই মানুহৰ যে অৱস্থা ভাল, সেইষাৰ কথা বুজিব নোৱাৰি। সেই বুলি কমিউনিষ্ট আদৰ্শই যে সাধাৰণ ভাবে থাকিবলৈ, দেহ-সজ্জা

নকৰিবলৈ শিকাইছে, সেইষাৰ কথাও সঁচা নহয়। নহলে আমাৰ লগৰ মানুহে যেতিয়া ছোৱালীবোৰক আৰ্চিৰ ৰঙা নীলা খাৰু পিন্ধাই দিয়ে, নাইবা টুকা কাণত হাতী দাঁতৰ য়েৰিং পিন্ধাই দিয়ে, তেতিয়া তেওঁলোকক উত্ৰাৱল হোৱা নেদেখিলোঁহেঁতেন।

লেনিনগ্ৰেড চহৰৰ আমি থকা হোটেলটোৰ এটা সাধাৰণ ঘটনা কওঁ। নিশা আহাৰৰ টেবুলত তিনিজনী ৰাংচালী ছোৱালীয়ে আমাৰ আলপৈচান ধৰিছিল। আমাৰ লগত জৈন নামেৰে এজন শিল্পপতি আছিল। তেওঁৰ হাতত সদায়েই উপহাৰৰ টোপোলা,—বাৰানসী পাটৰ স্কাৰ্ফ, হাতী দাঁতৰ য়েৰিং, ছোৱালীয়ে হাতত লোৱা ফুল-তেতেলিৰে সু-শোভিত সোণোৱালী মোনা। এইবোৰ বস্তু তেওঁ ভাৰতৰ পৰা লৈ গৈছিল। কিমানবোৰ যে ছোৱালীক বস্তু বিলালে তাৰ সীমা নাই। আমাক আহাৰ বিলোৱা এটাইতকৈ দেখনিয়াৰ ছোৱালীজনীৰ ডিঙিত তেওঁ ঘন সেউজীয়া ৰঙৰ স্কাৰ্ফ এখন মাৰি দিলে! তাই তৎক্ষণাত মানুহজনক সাবটি ধৰি এনে এটা বাঘায় চুমা বহুৱাই দিলে যে চুমাৰ শব্দত গোটেই আহাৰৰ ঘৰটো জোকাৰ খাই উঠিল। আমাৰ মাজত হাঁহিৰ ৰোল উঠিল। আমি হিন্দিতে কলোঁ: "জৈন, তুম ঠিক হ্যায়।" এনেতে দ্বিতীয় জনী কিবা এটা আহাৰৰ বস্তু লৈ মানুহ জনৰ কাষ চাপিল। তাইক এযোৰ য়েৰিং পিন্ধাই দিলে। তাইৰ পৰা আহিল এটা শব্দহীন চুমা,—নীৰৱ।

তৃতীয় জনী দূৰৈত থিয় হৈ আছিল। তাই একো বিলোৱা নাছিল। তাই ইহঁত দুজনীক বকিবলৈ ধৰিলে,—কি বুলি বকিছিল আমি বুজা নাছিলোঁ। কিন্তু তাই যে খঙত একো নাই হৈছিল, সেইষাৰ কথা বুজিব পাৰিছিলোঁ। আমাৰ লগৰে এজনে জৈনক কলে: "জৈন, তাইৰ বৰ ঈৰ্ষা হৈছে। তাইকো কিবা এটা দিয়া।" আমাৰো জৈনৰ প্ৰতি কম ঈৰ্ষা হোৱা নাছিল। সি ভাগ্যৱান। তাৰ হাতত বস্তু আছে। আমাৰ হাতত নাই। তাইকো সি ওচৰলৈ মাতিলে। তাই আহিল। জেপৰ পৰা এটা ডাঙৰ হাতী দাঁতৰ "বেজ" উলিয়াই

তাইৰ ওকন্দি থকা বুকুখনৰ ওপৰত সি পিন্ধাই দিলে। নিমিষতে সকলো ডাৱৰ আঁতৰি বতৰ ফৰকাল হল। ডাৱৰ আৰু নাই।

ইয়াত উঠি অহা ডেকা-গাভৰুৰ মুখত পেৰিছ ফেছনৰ কথা শুনিছোঁ। কিন্তু ই .তেওঁলোকৰ কাৰণে স্বপ্নৰ বস্তু হৈয়েই আছে। ব্যৱহাৰ কৰে কেনেকৈ? সঁচা কথা এজন বনুৱাই মাহে পাঁচ শ ফৰুল দৰমহা পায়। ধৰি ললোঁ তেওঁৰ পত্নীয়েও কাম কৰে। এইদৰে পৰিয়ালটোত স্বামী-স্ত্রী উভয়ৰে মাজত এহেজাৰ ফৰুল উপাৰ্জ্জন হল। কিন্তু,—নিজে বজাৰত দেখি আহিছোঁ, যেতিয়া এজোৰ জোতাৰ দাম ৪২৫ ফৰল্গ বা এজোৰ অতি সাধাৰণ গৰম চুটৰ দাম ৯০৯ ফৰুল হয়, তেতিয়া মানুহে বাকী বস্তু কিনে কেনেকৈ? এইখন শীত-প্ৰধান ঠাই। বৰ জাৰ। গৰম কাপোৰ নহলে মানুহৰ নচলে। স্বামী-স্ত্রী উভয়ৰে অৰ্জ্জন এহেজাৰ ফৰুলৰ যদি ৯০৯ এযোৰ গৰম চুট কিনোঁতেই যায়, তেন্তে পৰিয়ালটোৰ মাহটো চলে কেনেকৈ? গাৱঁৰ কথা এৰিছোঁৱেই, মস্কো চহৰৰ দাঁতিকাষৰীয়া অঞ্চলত যেতিয়া শুদা ভৰিৰে থকা দুই চাৰি জনক লগ পাওঁ, তেতিয়া আচৰিত হোৱা নাছিলোঁ। শুদা ভৰিৰে থকা লৰা-ছোৱালী, মাইকী মানুহ পোন প্ৰথমে দেখিছিলোঁ তাস্কণ্ড এয়াৰ-পোৰ্টত। তেতিয়াই কথাষাৰ মনত খেলাইছিল। ভিতৰ অঞ্চললৈ আহি কথাষাৰ বুজিবলৈ সৰহ সময় নেলাগিল।

হাঙেৰীৰ কমিউনিষ্ট কাগজ এখনত, Nepsabadsag, ক্রুশ্চেভ সম্বন্ধে এটা প্ৰবন্ধ পঢ়িছিলোঁ। তাত এনেদৰে আছে: "এওঁ অতি জন-প্ৰিয় নেতা। কৃষি-পামৰ বনুৱাৰ লগত কথা পাতিবলৈ এওঁ আনকি বোকা-পানী খচকি গাড়ীৰ পৰা নামি যায়।" তেতিয়া মনতে ভাবিছিলোঁ—ছোভিয়েট ৰুছিয়াত বোকা কত? সম্ভৱতঃ পথাৰৰ বোকাৰ কথাকে প্ৰবন্ধ-লেখকে কৈছে,—নহলে কি হব পাৰে? কিন্তু নিজে আহি যেতিয়া দেখিলোঁহি, আলি-পদূলি আনকি চহৰ উপকণ্ঠৰ গাঁওঁ অঞ্চলৰো, ভঙা ছিঙা, পানীৰ ডোঙা, বোকাত খোজ কাঢ়িব নোৱাৰা অৱস্থা, তেতিয়া আচৰিত হবলৈ এৰি দিছিলোঁ।

এহাতে এওঁলোকে বিজ্ঞানৰ ক্ষেত্ৰত অভূতপূৰ্ব্ব উন্নতি কৰিছে। দেশৰ ধ্যান-ধাৰণা সম্পূৰ্ণ ৰূপে বিজ্ঞানৰ উৎকৰ্ষ সাধনত নিয়োগ কৰিছে। স্পুটনিক আৱিষ্কাৰ কৰিছে। চন্দ্ৰ-যাত্ৰাৰ কাৰণে প্ৰচেষ্টা চলাইছে। আনহাতে মানুহৰ দৈনন্দিন জীৱনৰ কাৰণে যি প্ৰয়োজনীয় বস্তু, সেই বস্তু উৎপাদন কৰিবলৈ এওঁলোক সমৰ্থবান হোৱা নাই। এইকাৰণে সম্ভৱতঃ ক'তো মানুহৰ মুখত আনন্দ-উচ্ছ্বাসৰ বেশ নেদেখিলোঁ। এইটোৱেই মোৰ কাৰণে এটা ডাঙৰ সমস্যা ৰূপে দেখা দিছিল। কথাষাৰ বুজিবৰ "কাৰণে বুদ্ধি আৰু মন উভয়কে সমানে প্ৰয়োগ কৰিছিলোঁ। কিয়,—কিয় বাৰু আনন্দ-উচ্ছ্বাসৰ অভাৱ? ইয়াৰ কাৰণ বিচাৰি বহুত কথাই ভাবি চাইছিলোঁ: (১) হয়তো এওঁলোক জাৰ্ম্মান সকলৰ দৰে স্বভাৱতে গুৰু-গম্ভীৰ মানুহ (২) হয়তো এওঁলোক অতি কৰ্ম্ম-প্ৰাণ মানুহ। (৩) হয়তো এওঁলোকৰ জীৱন সংগ্ৰাম জটিল (৪) নাইবা এওঁলোকৰ এই আনন্দ-বিহীন মুখবোৰ চল্লিছ বছৰৰ পুঞ্জীভূত ভীতিৰ প্ৰতিবিম্ব। ইয়াৰে কোনটো সঁচা এতিয়াও বুজিব পৰা নাই। এওঁলোক যে স্বভাৱতে কৰ্ম্ম-প্ৰাণ মানুহ সেই বিষয়ে সন্দেহ নাই। এওঁলোকৰ অন্তৰত যে ভীতি আছে, সেই বিষয়েও সন্দেহৰ অৱকাশ নাই।

বাহিৰৰ পৰা মানুহ এওঁলোকৰ দেশলৈ আহিছে। এওঁলোকবো, কম সংখ্যক হলেও, মানুহ বাহিৰলৈ গৈছে। সেই বুলি এওঁলোকৰ স্বামী-স্ত্ৰীক একে লগে যোৰা পাতি বিদেশ-ভ্ৰমণ কৰিবলৈ দিয়া নহয়। স্বামী যাতে বাহিৰলৈ গৈ নিগাজীকৈ থাকি নেযায়,—এই সব কথা অৱশ্যে তেওঁলোকে স্বীকাৰ কৰিব নোখোজে, তাৰ সতৰ্কতামূলক ব্যৱস্থা হিছাপে স্ত্ৰীক স্বামীৰ লগত দেশ এৰি বিদেশ ভ্ৰমণ কৰিবলৈ দিয়া নহয়। মহিলা এগৰাকীয়ে আমাক গুপুতভে কৈছিল: "আপোনালোকৰ কিছুমান মানুহক যেতিয়া স্বামী-স্ত্ৰী একেলগে আমাৰ দেশলৈ অহা দেখোঁ তেতিয়া আমাৰ ভাব হয়,—এই বাধা-নিষেধ মূলক আমাৰ আইনখনৰ আমূল পৰিবৰ্ত্তন লাগে।" এওঁ-

লোকৰ এনে এটা নিয়ম আছে বুলি তেতিয়াহে মোৰ উপলব্ধি হৈছিল। বহুত নজনা কথা জানিলোঁ। বহুত নেদেখা বস্তু দেখিলোঁ।

ইয়াৰ বাহিৰেও আৰু এটা কথা জানিবলৈ বৰ মন গৈছিল। সেইটো হৈছে এওঁলোকৰ শ্ৰেণী বিভাগ আছে নে নাই। আদৰ্শৰ পিনৰ পৰা অৱশ্যে নাই,—সকলো সমান। কিন্তু বাস্তৱত আছে নে নাই? আদৰ্শ হৈছে পুথিৰ বস্তু। বাস্তৱ হৈছে জীৱনৰ বস্তু। যেতিয়াই এজন বনুৱাই মাহে পাঁচ শ ৰুবুল আৰু এজন বৈজ্ঞানিকে কুৰি হেজাৰ ৰুবুল দৰমহা পায় তেতিয়াই সমাজত শ্ৰেণী-বিভাগ আহি পৰিবলৈ বাধ্য। অৱশ্যে এই শ্ৰেণী বিভাগত শোষণ নাই। সৰহ ধন পোৱা মানুহে বেঙ্কত টকা জমা কৰিব পাৰে। সেই বুলি সেই ধন নিয়োগ কৰি আনক শোষণ কৰিব নোৱাৰে। সৰহ দৰমহা পোৱা মানুহে ভাল কাপোৰ পিন্ধে, গাড়ীত উঠে, ঘৰৰ মানুহে বঢ়িয়া অলঙ্কাৰ পিন্ধে, ভালকৈ থাকে। কম দৰমহা পোৱা মানুহে বেয়া কাপোৰ পিন্ধে, খোজকাঢ়ি ফুৰে, সাধাৰণ ভাবে থাকে। সৰহ দৰমহা পোৱা মানুহৰ ছোৱালীয়ে ওঁঠত ৰং সানে। কম দৰমহা পোৱা মানুহৰ ছোৱালীৰ ওঁঠ উকা। ৰং কিনিবলৈ ধন নাই। এয়ে পাৰ্থক্য। হাৱাৰ্ড ফাষ্ট এজন প্ৰসিদ্ধ কমিউনিষ্ট। আজি ভালেমান বছৰৰ সম্বন্ধৰ পিছত তেওঁ ১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহত পাৰ্টিৰ লগত সকলো সম্বন্ধ ত্যাগ কৰিছে। পাৰ্টিৰ সদস্য হৈ থাকোঁতেই এজন কমিউনিষ্ট বন্ধুৱে কোৱা কথাৰ বিষয়ে তেওঁ এইদৰে লেখিছে:

> "He described how the communist leaders who ruled his country lived—their sleek black limousines, their servants, country homes and bejewelled wives, their mistresses and passions. He talked of the crumbs that were left for the people."

এদিন মাজনিশা আমি দুজনী ছোৱালীৰ লগত এটা ৰেষ্টোঁৰাত সোমাইছিলোঁ। তাৰে এজনীয়ে আমাক কৈছিল: "এইটো ৰেষ্টোঁৰালৈ

সাধাৰণ মানুহ আহিব নোৱাৰে। এইটো পাৰ্টিৰ ওপৰ মহলৰ ব্যক্তিসকলৰ কাৰণে।" এনেদৰেই দেখাত শোষণ নাই যদিও শ্ৰেণী-সুবিধা আছে। এয়ে পাৰ্থক্য। ছোভিয়েট ইউনিয়নত বুজ লৈ দেখিলোঁ,—মটৰ গাড়ী তিনি শ্ৰেণীৰ আছে :- (১) জীছ্ (২) জীম (৩) ভল্গা আৰু মস্কোভিৎছ। প্ৰথম বিধ ইংলণ্ডৰ ৰলছ্ ৰয়েছৰ নিচিনা —অতি বিলাসী। দ্বিতীয়বিধ এমেৰিকাৰ কেডিলাকৰ নিচিনা। ইয়াৰ দাম কম। ৬৫ হেজাৰ ৰুবুল। তৃতীয় দুবিধ হৈছে এমবেছেদাৰ, লেণ্ডমাষ্টাৰ ইত্যাদিৰ লেখীয়া সৰ্ব্বসাধাৰণ গাড়ী। বহল ভাবে ভাবি চাবলৈ গলে এই তিনিবিধ গাড়ীয়ে তিনিবিধ উঠোঁতাৰ কথা কয়,— কাৰণ মানুহ উঠিবলৈহে গাড়ীৰ স্থষ্টি। এই তিনি বিধ উঠোঁতো হৈছে তিনিটা স্বকীয়া শ্ৰেণীৰ মানুহ। গাড়ী কিনিবলৈ হলে মানুহে আগতীয়াকৈ নাম ৰেজিষ্টাৰ কৰি থব লগা হয়। কেৱল নাম ৰেজিষ্টাৰ কৰিলেই নহব। আপোনাৰ গাড়ীৰ প্ৰয়োজন আছে নে নাই সেইটো চৰকাৰে থিৰাং কৰি দিব,—তেতিয়াহে অনুমতি পালে কিনিব পাৰিব। এইটো কথা মোৰ বৰ ভাল লাগিছিল। এনে ধৰণৰ নিয়ন্ত্ৰণ আমাৰ সমাজতো প্ৰয়োজন।

বিদেশীয়ে ইয়াত বৰ মৰম চেনেহ পায়। ভাৰতীয় বুলিলে কথাই নাই। সেইবুলি পৰাপক্ষত ইয়াৰ মানুহে বিদেশীক ঘৰলৈ নিনিয়ে। কাৰ ঘৰলৈ কোন গৈছে তাকো মানুহে খবৰ ৰাখে। এই খবৰ চৰকাৰৰ ঘৰলৈ যায়। গতিকে সৰ্ব্বসাধাৰণ মানুহ বৰ সাৱধানে চলন ফুৰণ কৰিব লগা হয়। এই প্ৰিনিতে এনিশাৰ এটা ঘটনাৰ কথা কওঁ।

মাজনিশা। আমাৰ বে-পৰোৱা হৈ মাজনিশা ঘূৰিফুৰা দুজন বন্ধু। তেওঁলোক এখন পাৰ্কত নাচ চোৱাত ব্যস্ত। মানুহৰ মাজত সোমাই পৰিছিল। ওচৰতে দুজনী অচিনাকি ছোৱালী। লাহে লাহে অচিনাকি ছোৱালী দুজনী চিনাকি হৈ গল। ভাৰতীয় বুলি জানি সহৃদয়তা ক্ৰমাৎ গাঢ় হৈ উঠিল। অৱশেষত তেওঁলোক ওলাই আহিল বাটে বাটে ফুৰিবলৈ। দুয়োজনী ছোৱালী উচ্চ শিক্ষিতা।

এজনী আৰ্কিটেক্ট। আনজনী বোটানিষ্ট। এজনীয়ে ইংৰাজী জানে। আনজনীয়ে নেজানে। ফুৰি ফুৰি বেষ্টোঁৰা এটাত সোমাল। কেউজনে কিবা কিবি অলপ খালে। কথা পাতিলে। বহুত কথা। অৱশেষত কথা পাতি পাতি আকৌ আলিলৈ ওলাই আহিল। এনেতে খুৰি চাই অকস্মাৎ চকুত পৰিল,—এটা মানুহ। পেন্টৰ জেপত হাত ভৰাই সন্ধানী দৃষ্টিৰে তেওঁলোকৰ পিচে পিচে আহি আছে। ছোৱালী দুজনীৰ মানুহটো দেখিয়েই সন্দেহ হল। তাৰে ইংৰাজী জনা জনীয়ে কৈ উঠিল: "সৌ মানুহটো দেখিছেনে? সি আমাৰ কেনেকৈ পিচ লৈছে। আমি আঁতৰি পৰোঁ আহক। নহলে সি আপোনালোকে এৰি যোৱাৰ লগে লগে আমাক আহি প্ৰশ্ন কৰি জুকলা কৰিবহি। নাম টুকি লৈ আহুকালত পেলাব।" ছোৱালীজনীৰ চকুত ভীতি-দুৰ্ব্বলতা। কথাবোৰ বুজিব পাৰিয়েই চাৰিওজন বেলষ্টেছন এটালৈ নামি গলূ। মানুহটোও নামি গল। নামিয়েই এখন গাড়ীত তেওঁলোক জাপ মাৰি উঠিল। মানুহটোও উঠিল। তিনটা ষ্টেছন যোৱা কথা আছিল। কিন্তু দুটা ষ্টেছন যোৱাৰ পিছতেই তেওঁলোক অকস্মাৎ নামি পৰিল। মানুহটোও নামিল। আকৌ ওপৰৰ ৰাজ-আলিলৈ তেওঁলোক উঠি আহিল। মানুহটোও আহিল। কেতিয়া ক'ৰ পৰা গোট খালে কব নোৱাৰোঁ—তাৰ লগত আৰু দুটা মানুহ। ছোৱালী দুজনীৰ চকুত ভীতি-দুৰ্ব্বল চাৱনি ক্ৰমাৎ গভীৰ হৈ উঠিল। সিহঁতৰ নিঃসহায় অৱস্থাটো বাৰুকৈয়ে ওলাই পৰিছিল। আমাৰ এজনে কলে: "এটা কথা। বলা এখন টেক্সি লৈ তোমালোকক ঘৰত থৈ আহোঁগে। নহলে মানুহ কেইটাই আমাৰ লগ নেৰে।" বাটৰ কাষত কেইবাখনো টেক্সি থিয় হৈ আছিল। এনেতে ইংৰাজীজনা জনীয়ে কলে: "ইয়াত নহয়। আমি টেক্সি লৈ গলে সিহঁতেও ইয়াৰে আন এখন লৈ আমাৰ পিছে পিছে খেদা দিব।" ভাল বুদ্ধি। এইবাৰি তেওঁলোক গৈ আকৌ এখন পাৰ্ক সোমালগৈ,—পাৰ্কৰ ঘাঁহনিত বহি অলপ জিৰণি লোৱাৰ উদ্দেশ্যৰে। তেওঁলোক সোমালগৈ

মানুহ তিনিটাও সোমাল। তেওঁলোক পার্কৰ মাজে মাজে ঘূৰি ফুৰিবলৈ ধৰিলে। মানুহ তিনটায়ো দূৰে দূৰে জোপোহাৰ আঁৰ লৈ পিচে পিচে গল। ঘূৰি চালেই সিহঁত চকুত পৰে। উপায় যে নাই। ছোৱালী দুজনী যেন কাতৰ হৈ উঠিছিল,—আতুৰত। অলপ জিৰণি লবলৈ পালেই যেন সিহঁতে শান্তি পায়,—এনে অৱস্থা। সিহঁতক দেখিলে কাঠচিতীয়াৰো পুতৌ উপজিব।; মৰম লাগিব। তেওঁলোক আকৌ পার্কৰ পৰা ৰাজআলিলৈ ওলাই আহিল। আহিয়েই টেক্সি এখন বাটত দ্ৰুত গতিৰে যোৱা চকুত পৰিল। উদং টেক্সি। কোনো নাই। দেখিয়েই ছোৱালী দুজনীয়ে চিঞৰি দিলে। তৎক্ষণাৎ চাৰিউটা জাপ মাৰি উঠি "চলা" বুলি আদেশ দিলে। যেনে আদেশ, তেনে. কাম। টেক্সি চলিল। মানুহ কেইটা অলপ দূৰ টেক্সিৰ পিচে পিচে লৰি বৈ গল। নৈৰ পাৰত গৈ টেক্সিখন ৰল। তাতে চাৰিউজন ওলাই পৰিল। নৈৰ পাৰত কিছু সময় জিৰাই মেলি তেওঁলোক আন এখন টেক্সিত উঠিল। ছোৱালী দুজনী ঘৰ পালেহি। "ৰ্পাছিবা। আজি বৰ ৰক্ষা পৰিলোঁ। কি বিপদ!" এইবোৰ মাজনিশাৰ অন্তৰালৰ কথা।

ৰুছিয়াৰ অভিজ্ঞতা পুলকভৰা। বহুত বস্তু দেখিলোঁ। বহুত কথা শুনিলোঁ। বহুতৰ লগতেই বন্ধুত্ব হল। কিছুমানে অনুভূতি জোকাৰি গল। কিছুমানে অনুভূতি মোহাৰি পেলালে। ই যিয়েই নহওক লাগিলে, চকুৰ আগতে মোৰ কল্পনাৰ ৰঙা কৰবীৰ ফুল পাহ অলপ মৰহা যেন অনুমান হল। ভালেমান অভিজ্ঞতা অন্তৰত সাঁচি লৈ ২২ আগষ্টৰ নিশা প্লেনত উঠিলোঁ। প্লেনত আকৌ সেই লাইলা। প্লেনত উঠাৰ লগে লগে মনটো গভীৰ হৈ উঠিছিল। এই কেইদিনতে দেশখন আৰু মানুহবোৰ বৰ আপোন যেন লাগিছিল—যেন চিৰ-পৰিচিত বন্ধু। মানুহৰ সৰলতাই মনটো ৰবকৈ মুহিছিল।

আমাক আগবঢ়াই থবলৈ এয়াৰ-পোর্টলৈ বহুত মানুহ আহিছিল। ছুপ্ৰীম ছোভিয়েটৰ অধ্যক্ষ লেবানভ আহিছিল। লিলিও আহিছিল।

সেইদিনা আমি শেষবাৰৰ কাৰণে নিশাৰ আহাৰ এয়াৰ-পোৰ্টৰ ৰেষ্টোৰাত কৰিছিলোঁ। অৱশেষত বিদায়ৰ ডাক আহিল। আমাক আগুৰি থকা মানুহবোৰৰ পৰা যেতিয়া "দাস্ভদনিয়া", "দাস্ভদনিয়া" বুলি বিদায় লওঁ, তেতিয়া কিয় কব নোৱাৰোঁ,—অজানিতে অন্তৰখন গভীৰ হৈ উঠিছিল।

আমি প্লেনত উঠি বহিলোঁগৈ। প্লেন এই এৰে। এনেতে লিলিক দেখিলোঁ,—তাই প্লেনৰ ভিতৰলৈ লৰি আহিছে। শেষবাৰৰ কাৰণে মানুহবোৰক "দাস্ভদনিয়া" জনাবলৈ। তাইক দেখি মোৰ বিল্কৰ কাব্য-চিত্ৰ এখনলৈ মনত পৰিছিল,

> "......and what came forth, was she,
> a little slender now that he had thought her,
> slender and sad."

গোটেই প্লেনৰ ভিতৰখন বিদায়ৰ ধ্বনিৰে মুখৰিত হৈ উঠিল। সকলোৱে "বিদায়", "বিদায়" বুলি চিঞৰি উঠিল। দাস্ভদনিয়া। দাস্ভদনিয়া। আজি পৰদেশীৰ বিদায়,—ছোভিয়েটৰ কেঁচা মাটিৰ পৰা। প্লেনৰ খিড়ীকিখনেদি বাহিৰলৈ চালোঁ। তেতিয়াও মানুহ-বোৰ বতাহ জাৰত থিয় হৈয়ে আছে। যোৱা নাই। মনতে "বিদায়" "বিদায়" বুলি শেষবাৰৰ কাৰণে কলোঁ। প্লেনখন লাহে লাহে আঁতৰি আহিল। নিশাৰ পাতল কুঁৱলীত মানুহবোৰ অস্পষ্ট হৈ গল। শেষ নহয় মানে খিড়ীকিয়েদি জুমি জুমি চালোঁ। আকৌ বিল্কৰ কবিতা মনত পৰিল :

> "I have said farewell,
> Farewell upon farewell.
> No dying soul could bid more
> su[illegible]

